# প্ৰগতিৰ আঁৰত

শ্ৰীভৈৰৱচন্দ্ৰ ভট্টাচাৰ্য্য



অসম বুক ডিপো
গুৱাহাটী আৰু কলিকতা।

# ভূমিকা

শ্ৰীযুত ভৈৰৱ চন্দ্ৰ ভট্টাচাৰ্য্যৰ উপন্যাস "প্ৰগতিৰ আঁৰত" হাতে লিখা অৱস্থাত পঢ়ি চালোঁ। উপন্যাসৰ ঘাই চৰিত্ৰ পবিত্ৰব্ৰত উজ্জ্বল ভবিষ্যতৰ ইঙ্গিত থকা এজন গাৱঁলীয়া ডেকা, কল্পনাপ্ৰৱণ আৰু আদৰ্শবাদী। পবিত্ৰৰ পত্নী বিণা পুলিচ ইন্সপেক্টৰৰ আদৰৰ ছোৱালী, নগৰৰ বিলাসী পাৰিপাৰ্শ্বিকতাৰ সাৰ পানীৰে পৰিপুষ্টা। বিণাৰ মনৰ ওপৰত আদৰ্শৰ ছাপ নাই কিন্তু জৈৱিক বাসনাক স্বতন্ত্ৰতা দান কৰি জীৱন-যৌবন উপভোগ কৰাৰ আকাঙ্ক্ষা আছে। স্বামী পবিত্ৰব্ৰতৰ জনসেৱাৰ প্ৰতি থকা অপৰিসীম আগ্ৰহত সামাজিক প্ৰতিষ্ঠা বাঢ়িলেও বিণাৰ অন্তৰ ৰাজ্যত সিয়েই তুমুল খলকনি তুলিলে। বিলাসিনী বিণাই স্বামীৰ অকপট ব্যৱহাৰৰ মাজত দেখিবলৈ পালে ভণ্ডামি, উদাসীনতা আৰু কৰ্ত্তব্য-হীনতা। তাইৰ অন্তৰত বিদ্ৰোহৰ অগনি তুঁহ জুইৰ দৰে জ্বলিবলৈ ধৰিলে। ইপিনে বাপেক ৰুদ্ৰেশ্বৰ বৰুৱাই জোঁৱায়েকৰ কাজকাম আৰু আচৰণত অত্যন্ত কুপিত হৈ পবিত্ৰক ডকাইতিৰ অভিযোগত অভিযুক্ত কৰিলে সঁচা কিন্তু প্ৰতিষ্ঠাৰ হানি নোহোৱাকৈয়ে পবিত্ৰ অভিযোগ মুক্ত হৈ ওলাই আহিল। দিনে দিনে তেওঁ সমাজত সুপ্ৰতিষ্ঠিত হৈ আহিবলৈ ধৰিলে। স্বামীৰ প্ৰতি বিৰূপ মনোভাব লৈ বিণা বাপেকৰ ঘৰ পালেগৈ। ঘৰত তাইৰ বিদ্ৰোহী মনটোৰ লগত ৰবীন কটকীয়ে গোপনে খেলিবলৈ আৰম্ভ কৰিলে। লাহে লাহে দুয়োয়েই গুপুত প্ৰণয়ৰ গভীৰ মাদকতাৰ মাজত আপোন পাহৰি গল। পিতাকে ৰবীনৰ লগত বিণাক দ্বিতীয় বাৰৰ কাৰণে বিয়া দিয়াৰ সপোন দেখিলে কিন্তু শেহত ভগ্ন-মনোৰথ হৈ নিজ ঘৰলৈ উলটিল। বিণাৰ মোহ ভাঙিল, ভুল ধৰা পৰিল। মাতৃত্বৰ সম্ভাৱনাত তাই আতঙ্কৰ বিভীষিকা দেখিব ধৰিলে। শেহত পিতাকৰ ঘৰৰ পৰা পলাই আহি তাই বৈষ্ণগড় আশ্ৰমত নিজৰ কলঙ্কিত জীৱনটো লুকুৱাই ৰখাৰ চেষ্টা কৰিলে যদিও তাইৰ নিজৰে ননন্দ অমলাৰ হাতত অভাৱনীয় ভাৱে ধৰা পৰিব লগীয়া হল। ক্ষণেক মূৰ্চ্ছাৰ পিছত সন্তান সম্ভৱা বিণা অসুস্থা হৈ অৱশেষত মৃত্যুৰ মুখত পৰিল

পুথিখনৰ মাজেদি ন লেখকৰ যোগ্যতাৰ ইঙ্গিত আছে। কথোপকথন আৰু ঘটনা বৈচিত্র্যৰ মোহত গল্প অংশটোৰ আঁত হেৰাই যোৱা নাই। ভিন ভিন চৰিত্ৰবোৰ বহল তুলিকাৰে অঙ্কিত কৰা হৈছে। সাধাৰণ জৈবিক অনুভূতিৰ ক্ৰিয়া প্ৰতিক্ৰিয়াৰ মাজত মনস্তাত্বিক সংঘাত গঢ়ি উঠিছে। এই সংঘাতে পবিত্ৰব্ৰতৰ চৰিত্ৰৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই। বিণা বাপেকৰ ঘৰলৈ যোৱাৰ পিছতো পবিত্ৰৰ মনৰ ওপৰত কোনো দুশ্চিন্তা বা অশান্তিয়ে বাহ লোৱা নাই। তেওঁ নিজ আদৰ্শৰ পিছত লৰিছে, জনসেৱাৰ মাদকতাৰ মাজত নিজকে পাহৰি পেলাইছে। আনহাতে পৃথিবীৰ মাটি-পানীৰ লগত বিণাৰ ঘনিষ্ঠ সম্বন্ধ। জীৱনৰ সুখসম্ভোগৰ প্ৰতি তাইৰ অপৰিসীম স্পৃহা কিন্তু ইয়াৰ পৰিতৃপ্তিৰ পিছত লৰি ফুৰোঁতেই হয় তাই মোহমুক্ত। তাইৰ অন্তৰতো হয়তো শেহত আদৰ্শৰ প্ৰভাৱ পৰিবলৈ আৰম্ভ কৰে কিন্তু পাৰিপাৰ্শ্বিক অৱস্থা আৰু মানসিক ঘাত-প্ৰতিঘাতৰ তাৰণা সহিব নোৱাৰি তাই নিজকে নিজে যেন বলিদান দিয়ে।

পুথিখনৰ ভাষা ঠায়ে ঠায়ে সবল হৈছে। চৰিত্ৰবোৰক স্পষ্ট তুলিকাৰে অঙ্কিত কৰাৰ ঠাই আছে। তথাপি পুথিখন পঢ়ি ভাল লাগিছে। আশা কৰোঁ পঢ়ুৱৈ সমাজে পুথিখন আদৰ কৰিব।

স্বাক্ষৰ
শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী
নলবাৰী

# নিবেদন

মই সাহিত্যিক নহওঁ ; কিন্তু সৰুৰে পৰা সাহিত্যৰ প্ৰতি এটি আকৰ্ষণ আছিল। পিচে ব্যক্তিগত জীৱনৰ অভিজ্ঞতাৰে বুজিব পাৰিছোঁ।—সাহিত্য সাধনাৰ কাৰণে জ্ঞান, ধন আৰু স্বাস্থ্য এই তিনিটা সম্পদৰ আৱশ্যক। লিখক কিন্তু এই তিনিয়োটা সম্পদৰ পৰায়ে বঞ্চিত। তথাপি মনৰ প্ৰেৰণাত হয়তোবা সি মোৰ খাম-খেয়ালীও হব পাৰে, মাজে সময়ে কিবা কিবি লিখি মোৰ বাকচৰ ভিতৰত স্থান দিওঁ। লিখাবোৰেও বাকচৰ ভিতৰত উমপাই নিশ্চিন্ত ভাৱেৰে টোপনি মাৰে। এই নিদ্ৰাই অনেকৰ মহানিদ্ৰাতো পৰিণত হৈছে।

কেবাবছৰ আগৰ কথা। মোৰ বন্ধু এজনে এখন নাটক আৰু আন এজন বন্ধুৱে দুটামান গল্প শুই থকা অৱস্থাৰ পৰা তুলি নিছিল বাহিৰত এৰি দিবলৈ বুলি। পিছে গল্প কেইটা আৱাহনত প্ৰকাশ পাইছিল ; কিন্তু নাটক খন পঁইতা চৰায়ে কুটি নষ্ট কৰিলে বুলি সংবাদ পাইছিলোঁ।

লিখকৰ আপঁইতা হাতৰ যি উপন্যাসখন ৰাইজৰ হাতত তুলি দিয়াৰ দিহা কৰা হৈছে, ইয়াকো ওপৰত উল্লেখ কৰা খাম-খেয়ালীৰে বশবৰ্ত্তীহৈ ১৯৫১ চনত লিখা হৈছিল। তেতিয়া তাৰ নাম ৰখা হয় ‘অভিযাত্ৰী’। নামত অভিযাত্ৰী হলেও তাক বাহিৰত অভিযান কৰিবলৈ এৰি নিদি পূৰ্ব্ববৎ বাকচতে সোমাই ৰখা হৈছিল। পিচত বৰুৱাপাৰা গৱৰ্ণমেণ্ট মজলীয়া স্কুলত কাম কৰা কাল ডোখৰত মোৰ সহকৰ্ম্মী হিন্দী শিক্ষক বন্ধুবৰ শ্ৰীপবিন্দ্ৰ বৰ্ম্মণে ইয়াক বাকচৰ ভিতৰত দেখিবলৈ পাই বাহিৰ উলিয়াই চাই-চিতি অভিযানত মেলি দিবলৈ দহোকুৰি কয়। মোৰ কিন্তু নিজৰ ওপৰতে বিশ্বাস নাই—আৰু ‘অভিযাত্ৰী’। তেখেতৰ অনুৰোধ এৰাব নোৱাৰি ‘অভিযাত্ৰী’ক চকু ফুৰাই দিবলৈ স্কুল পৰিদৰ্শক শিক্ষাবিদ্ শ্ৰদ্ধেয় শ্ৰীদেবেন্দ্ৰনাথ ভট্টাচাৰ্য্য মহোদয়ৰ ওচৰ চাপোঁ। তেখেতে চকুফুৰাই

চাই প্ৰকাশৰ বাবে উদগনি দিয়ে আৰু আৱশ্যকীয় দুই এটা কথা সংশোধনৰ বাবে আঙুলিয়াই দেখুৱায়। তাৰ পাছত নলবাৰী কলেজৰ অধ্যক্ষ প্ৰৱীণ সাহিত্যিক পৰম শ্ৰদ্ধাস্পদ শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ ওচৰ চাপোঁ। তেখেতেও দয়াপৰবশ হৈ উপন্যাস খনি· পঢ়ি চাই আৱশ্যকীয় কেটামান কথাৰ সংশোধনৰ পৰামৰ্শ দিয়ে। তেখেতৰ পৰামৰ্শক্ৰমেই 'অভিযাত্ৰী' নামো পৰিৱৰ্ত্তন কৰা হয়। লিখকৰ অনুৰোধক্ৰমে তেখেতে ভূমিকা এটি লিখি দি পুথিখনি বাইজৰ আগত উলিয়াবলৈ সাহস দিয়ে। নিজৰ বহুমূলীয়া সময় ক্ষতি কৰি লিখকৰ প্ৰতি স্নেহ প্ৰদৰ্শন কৰা বাবে এই দুজনা সদাশয় লোকৰ ওচৰত লিখক চিৰঋণী।

বন্ধুবৰ শ্ৰীপবিন্দ্ৰ বৰ্ম্মণে নেৰানেপেৰাভাৱে নালাগিলে হয়তো আনবোৰৰ দৰে ইয়ো লিখকৰ বাকচত ভেঁকুৰী যাবলগীয়া হল হেঁতেন। তেখেতৰ এই চেষ্টাৰ বাবে লিখক তেখেতৰ ওচৰত চিৰ-কাললৈ বন্ধুত্ব-পাশত আৱদ্ধ।

'অসম বুক ডিপো'ৰ অধ্যক্ষ মাননীয় শ্ৰীঅৰুণচন্দ্ৰ গুহ মহাশয়ে পুথিখনৰ প্ৰকাশৰ ভাৰ লৈ লিখকক উৎসাহিত কৰা বাবে লিখক গুহ মহাশয়ৰ ওচৰত কৃতজ্ঞ।

পুথিখন নকল কৰোঁতে সেই সময়ৰ সহকৰ্ম্মী শ্ৰীগৌৰীনাথ বৰুৱা, প্ৰিয় ছাত্ৰ শ্ৰীঅভয়চন্দ্ৰ ৰায় আৰু শ্ৰীবীৰেন্দ্ৰনাথ বসাকে সহায় কৰা বাবে তেওঁলোকৰো শলাগ লৈছোঁ।

প্ৰেছ আৰু লিখকৰ দূৰত্বৰ কাৰণে দুই-চাৰিটা ভুল ৰৈ যাব পাৰে। দয়াপৰবশহৈ সহৃদয় পাঠক পাঠিকা সকলে নিজ গুণে মাৰ্জ্জনা কৰি লিখকৰ প্ৰতি সহানুভূতি দেখুৱালে পৰম কৃতাৰ্থ মানিম। ইতি—

বৰনৰ্দ্দী
৫ কাতি, "বিজয়াদশমী"

শ্ৰীভৈৰৱচন্দ্ৰ ভট্টাচাৰ্য্য

# প্ৰগতিৰ আঁৰত

## ( ১ )

আন্ধাৰ ৰাতি। প্ৰকৃতি নীৰৱ। দিনৰ দুখভাগৰ পাহৰি সকলোৱে নিদ্ৰাৰ কোলাত শান্তি লভিছে—ক'তো সাৰি সুৰা নাই। মাথোঁ মাজে মাজে ফেঁচাৰ নিউ-নিউ শব্দ আৰু শিয়ালৰ হোৱা-হোৱা ধ্বনিয়ে ঠাই খনত যেন সিহঁতৰ একচেতীয়া অধিকাৰ ঘোষণা কৰিছে।

সৰু গাওঁখন। বেচ পৰিপাটি আৰু চাফ্-চিকোণ। গাৱঁৰ মাজেদি আহল-বহল বাটটো। ভিতৰলৈ সোমাই যোৱা নঙলাবোৰত থকা নাৰিকল গছৰ শাৰী, শ্ৰেণীবদ্ধ ঘৰবোৰৰ পিচফালে থকা তামোল পাণৰ বাৰী, সম্মুখৰ ফালে মূল বাটটোৰ দক্ষিণ দাঁতিত পানীখোৱা পুখুৰী আৰু তাৰ পাৰত থকা নাহৰ আৰু বকুল গছৰ শাৰীয়ে এই সৰু গাওঁখনিক ছবিৰ নিচিনা কৰি তুলিছিল।

বসন্তৰ আগমনত নাহৰ আৰু বকুল কেইজুপিয়ে বিছ মতলীয়া ডেকা-গাভৰুৰ দৰে নতুন সাজপাৰ লৈ সৌৰভ মেলি দিছে। এনেটি দিনত গাৱঁৰ চেঙেলীয়া ডেকাইঁতে এই পুখুৰীৰ পাৰত মধু-যামিনীৰ মধুৰ পৰশ উপভোগ কৰে। আজি কাৰো সঁহাৰি পাৰলৈ নাই—সকলো নিস্তব্ধ। কিন্তু গাৱঁৰ এটি ঘৰত তেতিয়াও চাকি জ্বলি থকা দেখা যায়। ৪০ বছৰীয়া প্ৰৌঢ়া বিধবা এজনীয়ে উদ্বিগ্ন ভাবে পুতেকলৈ অপেক্ষা কৰিছে। ওচৰতে বিছনাত সুন্দৰী ছোৱালী এজনী টোপনিত লাল কাল। সেই ঘৰৰে সংলগ্ন

আন এটি ঘৰত ভৰযুৱতী এগৰাকী পালেং এখনত নিপোটল দেহটো ৰাখি ব্যৰ্থ যৌৱনৰ কথা ভাবিছে! বেচেৰীয়ে আন আধুনিকা সকলৰ দৰে স্বামীৰ পৰা পাব খোজে এটি মুক্ত ব্যৱহাৰ আৰু আধুনিকতাৰ কলা সম্পদ। তাই যেন স্বামীৰ পৰা পাব লগীয়া খিনি নাপায়। কেশাৰ্ষণৰ পূৰা তিনি মাহৰ পাচতো স্বামীৰ প্ৰাণখোলা হাঁহি মাত নাপালে—সৌন্দৰ্য্যৰ স্পৃহা নেদেখিলে। সমবয়সীয়া অনেক ছোৱালীৰে দাম্পত্য জীৱনৰ কথা তাই জানে। সিহঁতে যে স্বামীৰ পৰা কত আদৰ যত্ন পাইছে! হাতত হাত মিলাই নদীৰ পাৰত ফুৰিছে, একেলগে বহি চিনেমা চাইছে, প্ৰাণ খোলা হাঁহি মাতৰ বিনিময়ত ইটিয়ে সিটিক পূৰ্ণ কৰি তুলিছে। সমবয়সীয়া নিৰু, পমী আদিয়ে সিহঁতৰ দাম্পত্য জীৱনৰ ৰোমাণ্টিক কাহিনীবোৰ জনাই তাইলৈ চিঠি লিখে। বিনিময়ত তাই নিজৰ দাম্পত্য জীৱনৰ কি কথা জনাবলৈ সক্ষম হৈছে? আনকি আজি পমীয়ে খংকৈ লিখিছে তাই হেনো পেট কপটী—নিজৰ কথা একোকে নজনায়। কিন্তু তাইৰ জনাবলৈ জানো কিবা আছে? দিনটোৰ ভিতৰত স্বামী সংসৰ্গ একেবাৰে বৰ্জ্জিত। ৰাতিপুৱা তাই নৌ উঠোঁতেই তাইৰ স্বামী উঠি সেৱা-দলৰ কাৰ্য্য-সূচীত ব্যস্ত। ক'ত ৰাস্তা নাই, ক'ত ঘাট নাই, ক'ত বানপানী প্ৰতিৰোধ কৰিব লাগে, কাৰ শস্য পোকে খালে, ক'ত নাদ পুখুৰী চাফ্ কৰিব লাগে, ক'ত স্কুল পাতিব লাগে, কাৰ ল'ৰা কিয় স্কুললৈ যাব পৰা নাই ইত্যাদি বাৰে ভচহু কথা লৈয়েই হৈ চৈ। তাৰ পাচত স্কুলৰ কাম আৰু ছুটীৰ লগে লগে পুনৰ সেৱাৰ জয় যাত্ৰা। ৰাতিৰ সম্পৰ্ক আকৌ কিতাপ, বাতৰি কাকত আৰু ডায়েৰীৰ লগত। প্ৰাণ খুলি এযাৰ কথা কবলৈ,

ভদ্ৰ মানুহৰ দৰে উৰিব পিন্ধিবলৈও যেন অৱসৰ নাই। এইটো তেওঁৰ ব্যস্ততা, অজ্ঞতা নে অৱহেলা? অজ্ঞতা! অৱহেলা!! মনটো তাইৰ বিক্ষুব্ধ হৈ উঠে। অপমান আৰু অভিমানত মৰিবলৈ ইচ্ছা যায়। চেষ্টা কৰিও চকুলৈ টোপনি আনিব নোৱাৰে।

পুত্ৰৰ চিন্তাত উদ্বিগ্না প্ৰৌঢ়া গৰাকীয়ে দুৱাৰ খন মেলি এবাৰ বাহিৰলৈ যায়। তাৰ পাচত ঘূৰি আহি টোপনিত পৰা ছোৱালী জনীৰ গাৰ কাপোৰ কানি ভালকৈ টানি দি মাৰল ঘৰৰ পশ্চিমৰ দুৱাৰ খন খোলে আৰু সেই ঘৰৰে গাত লাগি থকা ঘৰটোলৈ সোমাই গৈ মাতে—"আপী, সাৰে আছনে? ভয় নকৰিবি। উঃ পবি যে এতিয়াও আহি নাপালে।"

ভয় নকৰিবি! সাহস দিবলৈ আহিছে? তাইৰ কি সাহসৰ অভাৱ? তাইৰ অভাৱ কিহৰ, তাক বুজিবলৈ আজি কোনে চেষ্টা কৰিছে? মনৰ ক্ষুব্ধতা দুগুণে বাঢ়ি উঠে। কোনো উত্তৰ নিদিয়ে—নীৰৱ।

বোৱাৰীয়েকৰ পৰা কোনো প্ৰত্যুত্তৰ নাপাই তিৰোতা গৰাকী লাহে লাহে আহি পুনঃ মাৰল ঘৰ পালে। এনেতে বাহিৰত মানুহৰ ভৰিৰ শব্দ হয়।

তিৰোতা গৰাকীয়ে ব্যগ্ৰ ভাৱে মাতে—"পবি! পবি! আহিছ?"

"আই তুমি এতিয়াও শুৱা নাই।"

"উঃ ইমান ৰাতিলৈ নো ক'ত ফুৰ।" পবিত্ৰৰ মাকে যেন অতপৰে সৰগ ঢুকিহে পালে। কিন্তু মুখত কৃত্ৰিম খং দেখুৱাই ভৰ্ৎসনা কৰি কলে—"তোৰ গাত কি দেও লাগিছে কব নোৱাৰোঁ।

তোৰ যেনিবা ভোক, পিয়াহ, টোপনি নায়েই কিন্তু ন ঘৰৰ মধোৱাৰী জনীৰটো আছে। সময় নাই, অসময় নাই, সদায় সদায় এনেকৈ আনক কষ্ট দিয়াটো জানো ভাল কথা?"

"কিয় ৰিণাই ভাত খোৱা নাই নেকি?"

"সদায় সদায় তোলৈ অপেক্ষা কৰি ছোৱালী জনী পিত্ত তুলিব পাৰে নে?"

"তেন্তে তোমাৰ ইমান খং কিয় আই?"

"হেৰ তোৰ চকুত টোপনি নাই বুলি আনৰ চকুতো টোপনি নাই নে?"

"এহ, বৰ টোপনিটো হানি হল আই।" পবিত্ৰই হাঁহি এটা মাৰি মাকৰ কথা উকৰাই দিবলৈ চেষ্টা কৰে; আৰু দোষীটিৰ দৰে অপেক্ষাকৃত নৰম সুৰত কয়—"আই! ৰিণাক অলপ জগাই দিয়া। মই গাটো ধুব লাগিব অন্ততঃ।"

পবিত্ৰৰ কথাত আচৰিত হৈ মাকে সোধে—"এই ৰাতি গা ধুবি?"

"এৰা, গাটো নুধুলে নহব।"

"তই দেখিছোঁ আচৰিত জীৱ! ইমান ৰাতিখনত গাধুব লগীয়া হলেই বা কিয়? বাৰু তই ক'লৈ গৈছিলি কচোন?"

"পাচত কম। এতিয়া……"

"তই এটা অনৰ্থ ঘটাই হে এৰিবি। ৰ ৰ অলপ অপেক্ষা কৰ, ময়েই কানি কাপোৰ আনি দিওঁ। মিছাতে আপীটোক কিয় আমনি কৰিব লাগিছে।"

পবিত্ৰই ঘৰৰ পশ্চিমে থকা কুঁৱাটোৰ ওচৰ পায়গৈ গাধোৱাৰ উদ্দেশ্যে। মনত উদয় হয় তেওঁ দেখি অহা গাওঁখনৰ কথা। উঃ এই কুৰিশতিকাতো মহামাৰীৰ নামত দেও ভূত। খলিহৈ জাম

গাৱঁৰ সেই দুখুনী বিধবা জনীৰ অৱস্থা তেওঁৰ মনত ভাহি উঠে। পবিত্ৰই ভাবে যোৱা দেড় শতিকাৰ অন্ধ সংস্কাৰে আমাক কেনেকৈ শিপাই আছে। আৰু কত কি?

নিৰবচ্ছিন্ন ভাৱনাৰ সোঁতত বাধা দি মাকে আহি কয়—"হোঁ, এয়া তোৰ কাপোৰ। তপ্‌কৰে গাটো ধুই আহ। মই এটোপা গাখীৰকে গৰম কৰোঁ গৈ।" কুৱাৰ পাৰৰ বেৰত কাপোৰ ৰাখি মাক যায় গাখীৰ গৰম কৰিবলৈ।

পবিত্ৰৰ মনত এইবাৰ উদয় হয় ৰিণাৰ কথা। মৰ্ম্মস্থানত এটি বৰ বেদনা অনুভৱ কৰে—যিটো বেদনা তেওঁ ব্যক্ত কৰিব নোৱাৰে। ই জানো তেওঁৰ ৰিণাৰ অদৰ্শনৰ বেদনা? পবিত্ৰই ৰিণাক ভাল পায়। অন্তৰৰ অন্তৰতম প্ৰদেশৰ পৰায়ে ভাল পায়। বিচাৰে—ৰিণাক আদৰ্শ পত্নীৰূপে। ভাবে—"ধৰ্ম্মে স্বাৰ্থেচ কামেচ নাপচৰিতব্যা" শাস্ত্ৰৰ বচন সাৰ্থক হ'ক। কিন্তু ৰিণাতো আজিকো পতি সহানুভূতিশীলা হ'ব পৰা নাই—অৱস্থাৰ লগত নিজক খাপ খুৱাবলৈ অকণো চেষ্টা কৰা নাই। তেওঁ যি ব্ৰতত আজি ব্ৰতী হৈছে, তাৰ প্ৰতি ৰিণাৰ জানো মনোযোগ আছে? বৰং ৰিণাৰ চকুৱে মুখে এটি ঘৃণা আৰু অৱহেলাৰ ভাৱ। মনতে ভাৱে—সীতাই জানো ৰাজকুঁৱৰী হৈও ৰাজপুৰীৰ মায়া ত্যাগ কৰি স্ব-ইচ্ছাৰেই বিপদ সঙ্কুল জীৱন যাপন কৰিবলৈ স্বামীৰ লগত ওলোৱা নাছিল? সেইদৰে সাবিত্ৰী, দময়ন্তী, চিন্তা আৰু বৰ্ত্তমান যুগৰো কস্তুৰবা আদি মহীয়সী নাৰীয়ে জানো স্বেচ্ছাই স্বামীৰ অনুগামিনী হোৱা নাছিল?

"তোৰ গা ধোৱা হ'ল নে পবি?"

মাকৰ মাতত পবিত্ৰৰ চমক ভাঙে। লৰালৰিকৈ গাটো ধুই কাপোৰ পৰিবৰ্ত্তন কৰে।

পবিত্ৰ ভাত খাবলৈ বহিল যদিও ভাতলৈ মন নাযায়—অভোক অভোক লাগে। অন্তৰত নানা ভাৱৰ খৌকি-বাখৌ। মাকৰ নেৰা নেপেৰা কথাত গৰম গাখীৰেৰে কেটোপা মান খাই মুখ ধুই উঠে।

পবিত্ৰ পোনচাবেই গৈ মাৰল ঘৰ পাৰহৈ শোৱনি ঘৰত সোমায়। টেবিলৰ ওপৰত ধিমিক ধামাককৈ জ্বলি থকা লেমটোৰ পোহৰত ৰিণাৰ কমনীয় মুখমণ্ডল পবিত্ৰৰ চকুত পৰে। লেমৰ শলিতা-ডাল অলপ বঢ়াই দিয়ে। পোহৰত স্পষ্ট হৈ উঠে কমনীয় মুখ মণ্ডলত এটি বিষাদৰ ৰেখা। কিচ্‌কিচীয়া কলা ধেনু ভিৰীয়া ভুৰু যুগলৰ ওপৰত থকা সিন্দুৰৰ ফোঁটটোৱে প্ৰভাতী সূৰ্য্যৰ কিৰণৰ পৰা যেন সোণ গুড়িবোৰ ৰিণাৰ গালে মুখে ছটিয়াই দিছে। অসংযত ভাবে নামি আহি গালত পৰা কেকোঁৰা চুলি কেডাল মান তাত মিনাৰ নিচিনা জিলিকি উঠে। ডিঙিৰ কাষেদি তললৈ নামি অহা অৰ্দ্ধমুক্ত খোপাটোৱে সঘনে স্পন্দিত অৰ্দ্ধাবৃত উত্তুঙ্গ বক্ষস্থল স্পৰ্শ কৰি যেন গৌৰৱত নাচি উঠিছে। মেঘাবৃত সান্ধ্য আকাশৰ দৰে ৰিণাৰ বিষাদক্লিষ্ট মুখ মণ্ডলত পবিত্ৰই এটি নেদেখা সৌন্দৰ্য্য দেখিবলৈ পায় আৰু সিয়ে তেওঁৰ অন্তৰৰ গ্লানি-ক্ষোভ সকলোকে ধোৱাই দিয়ে। পবিত্ৰই বৰ মৰমৰ মাতেৰে মাতে ৰিণা, ৰিণা! ৰিণাই কিন্তু অভিমানত মাতিব নোৱাৰে। এনেতে মাৰল ঘৰৰ ঘড়ীত টং কৈ এটা কোব পৰে। ৰাতিপুৱা খলিহৈ জানলৈ যাবই লাগিব। পবিত্ৰই লেমটো মুমাই দি নিজৰ বিছনাত শুই পৰে।

---

ৰাতিপুৱা। আকাশ ডাৱৰে ভৰা। সূৰ্য্য দেৱতাই তেওঁৰ অভিযান পথৰ ব্যৱধান আঁতৰাই ক্ষিপ্ৰ গতিৰে ৰথ চলাইছে। তেজোময় গতিৰ আগত তিষ্ঠিব নোৱাৰি মেঘবোৰ যেন উফৰি পৰিছে। ডাৱৰৰ মাজেদি দীঘল দীঘল নাৰিকল গছবোৰত সূৰ্য্যৰ সোণালী কিৰণ পৰি মনোমোহা হৈ উঠিছে। গছৰ ডালত বিবিধ চৰাইৰ ঐক্যতানে এটি সুললিত ছন্দৰ সৃষ্টি কৰিছে। নাহৰ আৰু বকুল গছৰ পৰা ভাহি অহা সৌৰভে চাৰিওফাল আমোদিত কৰি তুলিছে। পবিত্ৰ বিছনাৰ পৰা উঠি টেবিলৰ ড্ৰয়াৰৰ পৰা টুথ্ পেষ্ট আৰু ব্ৰাচ উলিয়াই লৈ ঘৰৰ বাহিৰ ওলায়। নাদৰ গুৰিলৈ গৈ লৰা-লৰিকৈ মুখখন ধুই ললে। তাৰ পাচত শোৱনিঘৰ সোমাই টুথ্ পেষ্ট আৰু ব্ৰাচ যথা স্থানত ৰাখি ডাঠ খদ্দৰৰ চোলাটো পিন্ধি শ্লীপাৰ জোৰ ভৰিত সোমাই লয়। ৰিণালৈ চাই দেখে ৰিণা টোপনিত। পবিত্ৰ গৈ মাৰল ঘৰৰ বাৰান্দা উঠোঁতেই মাকে মাত দি সোধে—"পবি, তই ক'ৰবালৈ যাব নেকি ?"

"এৰা আই, এটি বিশেষ জৰুৰী কাম আছে।"

"তোৰ তো জৰুৰী কাম সদায়েই। আপীটোও বোধ কৰোঁ উঠা নাই। অমলা! অ' অমলা! তয়ে চাহটোপা তপতাই লৈ আহ। দাদায়েৰা যাব ওলাইছে।"

"নালাগে বাৰু, চাহ নাখাওঁ আই! বেগতে ঘূৰি আহি আকৌ স্কুল পাবহি লাগিব।" পবিত্ৰ ওলাই যায়। পবিত্ৰৰ মাকে ভাবে—একেটি ল'ৰা, সিও দেশসেৱাত মতলীয়া। গৃহস্থীৰ পিনে মনোযোগতো নায়েই খোৱা-বোৱাবো কোনো ঠিক নাই। এইদৰে নো তাৰ শৰীৰ

কিমান দিন তিকিব। সন্তানৰ মঙ্গল কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই তেওঁ কয়—“প্ৰভু তোমাৰে বিভূতি। তুমিয়েই তাক মতি দিছা। সকলো আপদে বিপদে তাক ৰক্ষা কৰিবা প্ৰভু।” লগে লগে পবিত্ৰ-মাতৃস্নেহৰ এধাৰি চকুলো বাগৰি পৰে।

পবিত্ৰ বৰ উদ্বিগ্ন ভাবে সদৰ ৰাস্তাৰে গৈ পোষ্ট অফিচত উপস্থিত হয়। পোষ্ট অফিচ তেওঁৰ ঘৰৰ পৰা দেড় মাইল। এই ঠাইখন এখন সৰু চহৰ। ইয়াত দুখন হাইস্কুল, এখন কলেজ, চাৰ্কেল অফিচ, ফৌজদাৰী আদালত, ডাক্তৰখানা, থানা, পি. ডব্লিউ. ডি. আদি বিভাগীয় প্ৰায় সকলো অফিচেই আছে। পবিত্ৰই পোষ্ট অফিচৰ বাৰান্দাত ইফাল সিফাল কৰে। অলপ সময়ৰ পাচতেই সন্মুখৰ খিৰিকিখন খটংকৈ উঠে। লগে লগে উন্মুক্ত খিৰিকিৰে পোষ্ট মাষ্টৰক দেখা গ'ল। পবিত্ৰই এটি স্বস্তিৰ নিশ্বাস পেলালে।

পবিত্ৰ ব্ৰত শৰ্ম্মাক দেখি পোষ্ট মাষ্টৰে সোধে—“কিহে শৰ্ম্মা! ৰাতি পুৱাতে যে”।

“হয়, ডি. চি. লৈ এখন টেলিগ্ৰাম কৰিব লাগে”।

“ডি. চি. লৈ? কিহৰ টেলিগ্ৰাম শৰ্ম্মা?”

“আপোনালোকে বোধকৰোঁ শুনিবলৈ পোৱা নাই, খলিহৈ জান গাৱঁত বসন্তই মহামাৰীৰূপে দেখা দিছে।”

“হয় নেকি? আহক, আহক; ভিতৰলৈ সোমাই নাহে কিয়? “এ ৰামলাল! দৰ্‌জা খোল দো”। ৰামলালে দৰ্‌জা খুলি দিয়ে। পবিত্ৰ ভিতৰলৈ গৈ টেলিগ্ৰামৰ কাম সমাধা কৰি লৰালৰিকৈ ওলাই আহে। খলিহৈ জানলৈ এতিয়াও দুমাইল বাকী। তেওঁ দীঘল ভৰি দুটা খৰতকীয়া গতিৰে আগলৈ চলায়।

* * * *

১৯৫১ চন। সেই সময়ত কামৰূপ জিলাৰ অনেক ঠাইতেই বসন্তই মহামাৰীৰূপে দেখা দিয়ে। যোৱা কালি পবিত্ৰই হঠাৎ খবৰ পায়—খলিহৈ জান গাৱঁত বসন্তৰোগে মহামাৰীৰূপে দেখা দিছে আৰু তেতিয়ালৈকে কোনো ৰকমৰ চিকিৎসা বা প্ৰতিষেধক ব্যৱস্থা লোৱা হোৱা নাই। পবিত্ৰ লৰি যায়—সেই পিচপৰা গাওঁখনৰ মাজলৈ। তাতগৈ যি দেখিলে তাতে তেওঁ হতাশ হৈ পৰিল। মানুহবোৰৰ মাজত এটি মহাআতঙ্ক—কাৰো ঘৰলৈ কোনো নাযায়, কাৰো খবৰ কোনেও নলয়। সন্ধিয়াৰ লগে লগে সকলোৰে দুৱাৰ বন্ধ। পবিত্ৰই ঘৰে ঘৰে সোমাই নিৰ্ভয় আৰু আৱশ্যকীয় শুশ্ৰূষাৰ পৰামৰ্শ দিলে। কিন্তু মানুহবোৰৰ মুখত একেটি কথা—ডাকাল গোঁসানীৰ লগতো আকৌ চিকিৎসা ? তথাপি তেওঁ সাধ্যমতে কৈ গাই অৱশেষত আশ্ৰয়হীনা ফাগুনীৰ ঘৰত উপস্থিত হয়। তেওঁ ফাগুনী আৰু তাইৰ একমাত্ৰ দহবছৰীয়া লৰাটো নিৰাশ্ৰয় অৱস্থাত পৰি থকা দেখিবলৈ পালে। লাগিলে পানী এটুপি দিবলৈকো কোনো নাই। অনেক চেষ্টা কৰিও পবিত্ৰই কাকো ওচৰলৈ মাতি আনিব নোৱাৰিলে। সুধিপুচি জানিব পাৰিলে তাইৰ স্বামীৰ পক্ষৰ বা বাপেকৰ পক্ষৰো তেনে কোনো আপোন জন নাই। তেওঁ অনেক চেষ্টাকৰি সেই গাৱঁৰে এজন বুঢাক বঢাই বুজাই নিজৰ জেপৰ পৰা চাৰিটা টকা দি সেই ৰাতিটোৰ কাৰণে বন্দোৱস্ত কৰি ঘৰলৈ ফিৰে। আহোঁতে নলবাৰীয়েদি আহি চৰকাৰী ডাক্তৰৰ লগত পৰামৰ্শ কৰে। তাৰ পাচত সেৱাদলৰ জন চেৰেকৰ লগত কথাহৈ ঘৰ পাওঁতে ৰাতি বাৰটাৰো ওপৰ হৈছিল'।

ৰাতিটো ৰিণাৰ বেয়াকৈয়ে কাটি যায়। পুৱা সাৰ পাই দেখে খিৰিকিৰ ফাকেদি এচামোকা ৰদ আহি ঘৰৰ ভিতৰ সোমাইছে। উজাগৰত উখহি পৰা চকু দুটা আকৌ মুদ খাই যায়।

অমলাই আহি মাতে—নবৌ, নবৌ !

ৰিণাই এণ্ডামূৰি কাঢ়ি বিছনাত উঠি বহে। মনতে লজ্জাবোধ কৰে। চকু দুটা মোহাৰিলৈ বেৰত ওলমি থকা বেজীবে কাম কৰা ভাটৌ হালিৰ ওপৰত স্থিৰ দৃষ্টি ৰাখি আকাশ-পাতাল ভাবে।

গাৱঁৰ বহাগীৰ মাক পানী নিবলৈ পুখুৰীলৈ আহি নবোৱাৰীৰ হাতৰ চাহপানীটোপাৰ আশা এৰিব নোৱাৰি সোমাই আহে। পিৰালিত বহি সূতাকাটি থকা পবিত্ৰৰ মাকক দেখি হাঁহি এটা মাৰি কয়—"আইক দেখিছোঁ। মৰিলেও যঁতৰটো লগত লৈ যাব"।

"এহ আই, আমালৈ জানো ইমান সোনকালে মৰণ আহিব ?" এনেতে বহাগীৰ মাকক লক্ষ্য কৰি অমলাই খঙেৰে কৈ উঠে—"বেয়া পাবি কিন্তু বাই ! ইঃ মৰতীয়ে কথা কবলৈ আহিছে চোঁৱা।"

বহাগীৰ মাকে অপ্ৰতিভ হৈ সেমেনা সেমেনি কৈ কয়—"তোৰ আকৌ ঠাট্টা মস্কৰা কৰিলেও জগৰ। কুমটীৰ দৰে ক'তোতো মূৰ উলিয়াব নোৱাৰোঁ, এবাৰ কেতিয়াবা তহঁতৰ ঘৰলৈ আহোঁ, বেয়া পাব যদি নাহোঁ একা"।

"তাইৰ কথা নধৰিবি বহাগীৰ মাক। তাই মোক মৰিবলৈ কলে পাতালক যায়। যা ভিতৰলৈ গৈ তামোল এখনকে খা।" পবিত্ৰৰ মাকে কয়।

বহাগীৰ মাক ভিতৰলৈ গৈ চাহৰ চৌকাৰ কাষত ৰিণাক নেদেখি অমলাক সোধে—"হা-এ অমলা। নবৌয়েৰা ক'লৈ গৈছে।" লগে লগে মনোৰথ পূৰ্ণ হোৱাৰ কোনো আশা নেদেখি মনে মনে ক্ষুব্ধ হয়। অমলাক নিমাত দেখি বহাগীৰ মাকে ব্যঙ্গ ভাবে ৰিণাৰ উদ্দেশ্যে কয়—"ডাঙৰ মানুহৰ ছোৱালীবোৰৰে সুখ। যত মৰণ সৰু মানুহৰ। তাতে হলো মহা মূৰুখ। কথাৰ লগে লগে মাৰল

ঘৰ পাৰহৈ ৰিণাৰ শোৱনি ঘৰ সোমায় আৰু ৰিণাক বিছনাৰ ওপৰতে দেখি চকুদুটা কপাললৈ তুলি মুখত আঙুলি দি আচৰিত হোৱাৰ দৰে কৈ উঠে—"ও আই, এতিয়াও বিছনাৰ পৰা উঠিবৰ হোৱা নাই।" শোৱনি ঘৰৰ ভিতৰত বহাগীৰ মাকৰ মাত শুনি ৰিণা চমকি উঠে। লৰালৰিকৈ বেৰৰ পৰা চকুহালি আঁতৰাই আনি বিছনাৰ পৰা নামি পৰে। নিৰ্ল্লজ্জ ভাবে সোমাই অহা বহাগীৰ মাকক দেখি ৰিণাৰ লাজে খণ্ডে ডালিমৰ দৰে ৰঙা গাল দুখন আকৌ ৰঙাহৈ উঠে।

ৰিণা স্বামীৰ ঘৰলৈ অহাদিনৰে পৰা এই তিৰোতাজনী নানা স্বাৰ্থলৈ অহাযোৱা কৰে। কাৰ্য্য সিদ্ধিৰ বাবে কত তোষামোদ নকৰিব। পিচত আকৌ কত ৰকমৰ কুৰটনা। ৰিণাৰ ইচ্ছা হয় দুকথা শুনাই দিবলৈ। কিন্তু পিচমুহূৰ্ত্ততে নিজক সংযত কৰিলৈ ভাবে—এজনক কথা শুনালে বা কি হব? ইহঁতৰ গাৱঁলীয়া সমাজ খনেই এনে। দুৰ্জ্জনৰ সংসৰ্গ ত্যাগ কৰিবলৈ মনীষীয়েও উপদেশ দিছে। মনতে স্থিৰ কৰি পেলায়—তাই পিতাকলৈ লিখিব তাইক লৈ যাওঁক আহি।

ৰিণাক মৌনহৈ থকা দেখি চকুপিৰিকিয়াই বঙ্কিম ভঙ্গিমাৰে দুষ্টামিৰ হাঁহি এটা মাৰি বহাগীৰ মাকে কয়—"অ' আই, হাতীটোৰ সমান ৰাতিটোৱেও নুকুলায়।"

ৰিণা অস্থিৰ ভাবে ওলাই যায়। বহাগীৰ মাকেও ৰাতিপুৱাৰ যাত্ৰা ভঙ্গৰ কথা ভাবি কিবা কিবি বলকি ওলাই আহে। এনেতে শৰ্ম্মা আছেনে বুলি নওলাৰ মুখত কোনোবাই মাতে। অমলা ওলাই গৈ বহিবলৈ দি কয়—"দাদা পুৱাতে কৰবালৈ ওলাই গৈছে।" পবিত্ৰৰ মাক ওলাই আহি হৰেন বৰুৱাক দেখি বৰ আতৌ পুতৌ লগায় আৰু কুশল বাৰ্ত্তা আদি সোধাৰ পাচত কয়—"হা-এ বোপা!

তই বোলে আজি কালি আমাৰ বিয়েহতঁৰ ঘৰত টিউশ্যনি কৰ। পিচে আমাৰ বিয়েহতঁৰ ঘৰৰ ফালে ভালে আছে তো।”

“হয় ভাল।” কথাষাৰ কৈ হৰেন বৰুৱাই মনতে ভাবে—এওঁলোকে হয়তো বিয়েয়েকহতঁক কত আপোন বুলি ভাবে ; কিন্তু তেওঁলোকে জানো মানুহ বুলি গণ্য কৰে ?

“আহ বোপা! ভিতৰলৈ আহ। আপীটোৰ লগতো কথা-বতৰা হ’বি।” পবিত্ৰৰ মাকে হৰেন বৰুৱাক আহ্বান জনায়। হৰেন বৰুৱাই পবিত্ৰৰ মাকৰ কথাত আপত্তি জনাই কয় যে তেওঁৰ এটা জৰুৰী কাম আছে ; আন এদিন আহি কথা-বতৰা হ’ব। পবিত্ৰৰ মাকে অন্ততঃ চাহ এটোপা নোখোৱাকৈ হৰেন বৰুৱাক যাব নিদিয়ে। অমলাক চাহ কৰিবলৈ পাচি তেওঁ বৰুৱাক কয়—“তোৰ কথা বোপা ওলায়ে থাকে। আজি-কালি তোক দেখিবলৈকে গুচিল। তই এইবাৰ এম-এ দিবি নহয় বোপা!”

“হয় পৰীক্ষাৰ ওচৰ চাপিছে। সেয়ে ফুৰিব চাকিবৰ সময়ে নাপাওঁ। ঘৰলৈ অহাটোও বন্ধ কৰিছোঁ। ইয়াত পঢ়াশুনাও নহয়।”

এনেতে এম. ই. স্কুলৰ হেড্মাষ্টৰ নবীন চৌধুৰী আহি ওলায়। পবিত্ৰৰ মাকে দুয়োকো কথা বতৰা পাতিবলৈ কৈ চাহৰ তদৰকত ভিতৰলৈ যায়।

পৰস্পৰ কুশল সংবাদাদিৰ পাচত হৰেন বৰুৱা আৰু নবীন চৌধুৰীৰ মাজত পবিত্ৰ ব্ৰতৰ কথা ওলাল। নবীন চৌধুৰীয়ে পবিত্ৰক সহকৰ্ম্মীৰূপে পাই যে কিমান সুখী হৈছে? তেওঁৰ কৰ্ত্তব্য-নিষ্ঠা আৰু সেৱা-পৰায়ণতা গুণত তেওঁ একেবাৰে মুগ্ধ। নবীন চৌধুৰীৰ মুখত পবিত্ৰ ব্ৰতৰ প্ৰশংসাৰ কথা শুনি হৰেন বৰুৱাই বৰ উৎসাহৰ সৈতে কয়—“বুজিছে চৌধুৰী! ই এটা আচৰিত জীৱ। তাৰ

কথা ভাবি নিজেই আচৰিত হৈ যাওঁ। হাইস্কুলত পঢ়োঁতে আমি তাক চুক-ভেকুলী বুলি জোকাইছিলোঁ। ইমান লাজকুৰীয়া আৰু নীৰৱ যে—কাৰো আগত কথা এষাৰকে কব নোৱাৰে। কিন্তু এই চুক-ভেকুলীটোৰ অন্তৰত যে সুপ্ত আগ্নেয়গিৰি লুকাই থাকিব পাৰে সেই কথা ক্লাচ এইটত হে এদিন জানিব পাৰিলোঁ। সেইটো ১৯৪২ চনৰ আগষ্ট মাহ। শাসক মণ্ডলীয়ে বোম্বাই মহানগৰীত বহা ভাৰতীয় কংগ্ৰেছ মহাসভাৰ সভামণ্ডপ তেজেৰে ৰাঙলী কৰি নেতা সকলক কাৰাৰুদ্ধ কৰা সংবাদ যিদিনা আমাৰ কাণত পৰিল, সিদিনা পবিত্ৰব্ৰতে সিংহৰ নিচিনা গৰ্জ্জি উঠি কলে—"ভাই সকল! বিদেশীৰ অন্যায় অত্যাচাৰ আৰু সহিব নোৱাৰি। আহা সকলোৱে দেশৰ স্বাধীনতাৰ বাবে বৰঙণি যোগাওঁ—বন্দে—মাতৰম্।" সম্মিলিত কণ্ঠধ্বনি উঠিল—"বন্দে—মাতৰম্।" গোটেই স্কুলখনতে হৈ-চৈ লাগি পৰিল। মাষ্টৰ সকলে ভেবা লাগি চাই ৰল। হেড্ মাষ্টৰে বজ্ৰগম্ভীৰ স্বৰেৰে কলে যে সেইটো স্কুলীয়া ল'ৰাৰ কাম নহয়। তেওঁ তাৰ ষ্টেপ্ লবলৈ বাধ্য। বুঢ়া সংস্কৃত পণ্ডিতে স্কলাৰ্শ্বিপ হোল্ডাৰ কেইজনক ফুচফুচাই জনালে—"বাপু, স্কলাৰ্শ্বিপ কটা যাব।" স্কলাৰ্শ্বিপ কটা যোৱাৰ ভয়ত স্কলাৰ্শ্বিপ হোল্ডাৰ সকল শান্ত ল'ৰাটিৰ দৰে ক্লাচত সোমাল। পবিত্ৰই কিন্তু স্কলাৰ্শ্বিপৰ আশা জলাঞ্জলি দি ওলাই গুচি আহিল। তাৰ পাচত আমি বহুতে লিখি দি স্কুল সোমালোঁ গৈ। এচিষ্টেণ্ট্ হেড্মাষ্টৰে পবিত্ৰক বহুত বুজায়ো লিখি লব নোৱাৰিলে। ফলত স্কলাৰ্শ্বিপ কটা যোৱাৰ উপৰিও তাৰ এটি বছৰ লোকচান হৈ গ'ল। সকৰে পৰা মহাত্মা গান্ধী তাৰ জীৱনৰ আদৰ্শ। যিটো সত্য বুলি ভাবিব তাৰ কাৰণে প্ৰাণ দিবলৈও সি কুণ্ঠিত নহয়।"

"বাৰু আপোনাক কথা এটা সোধো—আপুনি পবিত্ৰৰ বন্ধু। আনহাতে শম্ভুৰেক পুলিচ ইন্সপেক্টৰৰ ঘৰত টিউশ্যনি লোৱা বুলিও শুনিব পাইছোঁ। শম্ভুৰেকে পবিত্ৰক বেয়া পোৱাৰ কাৰণ কি?" কথাকেইটা কৈ নবীন চৌধুৰীয়ে বৰুৱাৰ মুখলৈ চায়। বৰুৱাই অলপ সময় তলকা মাৰি কৰলৈ আৰম্ভ কৰে—"ইয়াৰ কাৰণ সৰু মানুহ ডাঙৰ হলে অনেকেই নীলবৰ্ণ শৃগাল হৈ পৰে।"

"হলেও বিশেষ ঘটনা নঘটিলে শম্ভুৰেকে জোৱায়েকক বেয়া পাব নোৱাৰে।"

"বিশেষ ঘটনা নহলেও সেইটো ৰুদ্ৰেশ্বৰ বৰুৱাৰ নিচিনা আত্ম-অভিমানী মানুহৰ কাৰণে একো অসম্ভৱ নহয়। তথাপি মই জনাৰ ভিতৰত—প্ৰথম, ৰুদ্ৰেশ্বৰ বৰুৱাৰ মত তেওঁৰ ঘৰতে থাকি পবিত্ৰই কলেজত পঢ়িব লাগে। কিন্তু পবিত্ৰই তাকে নকৰি পঢ়া-শুনা বাদ দিলে। দ্বিতীয়—শম্ভুৰেকে গুৱাহাটী চহৰতে চাপ্লাই বিভাগৰ চাকৰি এটা যোগাৰ কৰি পবিত্ৰক মাতি পঠিয়াইছিল; কিন্তু সি চাপ্লাই বিভাগৰ চাকৰি কৰিবলৈ মান্তি নহল। তৃতীয় হল, মটৰ এক্সিডেণ্ট সংক্ৰান্ত ঘটনা এটা।" নবীন চৌধুৰীয়ে বৰ ইচ্ছুক ভাবে সোধে—"কি মটৰ দুৰ্ঘটনা বৰুৱা।" হৰেন বৰুৱাই কৈ যায়—"১৯৪৮ চনৰ পোন্ধৰ আগষ্ট উপলক্ষে পবিত্ৰ ব্ৰত আগদিনাখন গুৱাহাটীলৈ গৈ মোৰ লজিঙত উঠিছিল। আবেলি দুয়ো ফুৰিবলৈ ওলালোঁ। দুয়ো কথা-পাতি গৈ আছোঁ। ৰাস্তাৰ টাৰ্ণিং এটা ঘূৰিবলৈ ধৰোঁতেই ৰাস্তাৰ দাঁতিত "আইঔ মৰিলোঁ।" চিঞৰ শুনিবলৈ পালোঁ। আগলৈ চাই দেখো বং চাইডেদি লৰী এখন বিজুলী বেগেৰে গুচি গ'ল। আগবাঢ়ি গৈ দেখোঁ সৰু ল'ৰা এটি ৰাস্তাৰ দাঁতিত চেপেটা লাগি পৰি আছে আৰু অদ্ধ তিৰোতা

এগৰাকীয়ে যন্ত্ৰণাত আঁহ, উহ কৰিছে। পবিত্ৰই লৰাটোক দুই হাতেৰে ডাঙি ধৰি এটি নিশ্বাস পেলালে। তাৰ প্ৰাণ বায়ু কেতিয়াবাই ওলাই গৈছে। তিৰোতা গৰাকীৰ প্ৰাণ যোৱা নাই যদিও ভৰি এখনত ভীষণভাবে আঘাত পাইছে। আৰু দুই চাৰি জন মানুহ আহি উপস্থিত হ'ল। ওচৰতে থকা পাণ-দোকানী জনৰ পৰা গাড়ীৰ নম্বৰটো পোৱা গ'ল। আমি তিৰোতা গৰাকীক ৰিক্সা এখনত ভৰাই লৈ গলোঁ—চিভিল হাস্পাতাললৈ। তিৰোতা গৰাকীৰ চিকিৎসাৰ ব্যৱস্থা কৰি পালোঁ গৈ থানা। তাত যথাযথ বিৱৰণ দাখিল কৰা হ'ল। পবিত্ৰ ব্ৰত পোন্ধৰ আগষ্ট উৎসৱ উপলক্ষে গৈ লাগি পৰিল—দুৰ্ভগীয়া তিৰোতা গৰাকীৰ চিকিৎসা আৰু বেপৰোৱায়ী লৰী চালকৰ মই মতালিৰ প্ৰতিকাৰৰ বাবে। পুলিচ চাহাবে কেচ তদন্তৰ ভাৰ দিলে পবিত্ৰব্ৰত শৰ্ম্মাৰ শহুৰেকৰ ওপৰত। পবিত্ৰই শহুৰেকক ক'লে যে ইয়াৰ ন্যায্য বিচাৰ হব লাগে। বেচেৰীৰ সেই লৰাটোৱেই একমাত্ৰ অৱলম্বন আছিল—তাৰ হাতত ধৰি খুজি-মাগী খাইছিল।" কথা কেইটা কৈ হৰেন বৰুৱাই এটা হুমুনিয়াহ পেলায়। চৌধুৰী এবাৰ বৰুৱাৰ মুখলৈ চায়।

বৰুৱাই আকৌ কৈ যায়—"ৰুদ্ৰেশ্বৰ বৰুৱাই যেতিয়া ড্ৰাইভাৰ নিৰ্দ্দোষী বুলি ৰিপোৰ্ট দিলে, পবিত্ৰ ব্ৰত গৈ শহুৰেকৰ ওচৰ পালে। দুয়োৰো মাজত এই কথাকে লৈ বচবাচ্য হ'ল। পবিত্ৰই আবেগতে কৈ পেলায়—"সাধাৰণ টকা কেটামানৰ লোভত নিৰাশ্ৰয়া নিৰ্দ্দোষী অন্ধ তিৰোতা এগৰাকীৰ আপুনি সৰ্ব্বনাশ সাধনত সহায় কৰিলে। আনহাতে মটৰৱালাক অন্যায় কামলৈ উদগনি দিলে। আপোনা-লোকেই দেশৰ-দহৰ ঘোৰ শত্ৰু—মদন স্বৰূপ।"

এনেতে অমলাই দুকাপ চাহ আৰু দুখন প্লেটত খন চেবেৰু

পিঠালৈ উপস্থিত হয়। লগতে পবিত্ৰৰ মাকে ঘটী এটাত এঘটী পানী আনি তেওঁলোকৰ আগত ৰাখি হৰেন বৰুৱাৰ উদ্দেশ্যে কয়—“বহুদিনৰ মূৰত আহিলি বোপা! আমাৰ ঘৰত নো খাবি কি? চাহ এটোপাকে খা।” কথাষাৰ কৈ তামোল আনিবলৈ পবিত্ৰৰ মাক ভিতৰলৈ গ’ল। অমলাও মাকৰ পাছে পাছে খোজ ললে।

হাত খন ধুই লৈ পিঠা এখনত কামোৰ মাৰি হৰেন বৰুৱাই কয়—“চৌধুৰী! পবিত্ৰ বা কেতিয়া ফিৰে। মোৰ আকৌ এটি জৰুৰী কাম আছে। ইফালে আজিতেই গুৱাহাটীলৈ যাব লাগিব। পবিত্ৰক কব, সি যেন অলপ গমি-পিটি চলে—শহুৰেকে তাক জব্দ কৰাৰ তালত আছে।”

“আপুনি তেন্তে শৰ্ম্মা অহালৈ অপেক্ষা কৰিব নোখোজে।”

“হয়, মোৰ অলপ পলমেই হৈছে। চাহটোপা খাই নগ’লেও বেয়া পায়। মোক আকৌ নিজৰ ল’ৰাতকৈও বেছি মৰম কৰে।”

“আমাক হব কম মৰম কৰে বুলি ভাবিছে।”

“তেন্তে ফাৰ্ষ্ট চেকেণ্ড বাচিব লগীয়া হ’ল।” কথাষাৰ কৈ হৰেন বৰুৱাই হো হো কৈ হাঁহি উঠে। পবিত্ৰৰ মাকে তামোলৰ শৰাই খন লৈ আহি দুয়োৰো আগত থৈ নবীন চৌধুৰীলৈ লক্ষ্য কৰি কয়—“হেড্ মাষ্টৰ বোপাকতো সুধিবই পাহৰিছোঁ। বোপাৰ বা সকাম কি?”

“সকাম বিশেষ একো নহয়। যোৱা কালি শৰ্ম্মা খলিহৈ জানলৈ যোৱা বুলি শুনিলোঁ। পিচে খবৰ কেনে জানিবলৈ আহিছিলোঁ।”

‘অ’ কালি ৰাতি তেন্তে সি খলিহৈ জানৰ পৰা আহিছিল। খলিহৈ জানত বাৰু কি হৈছে?”

"কিয় আপুনি কব নোৱাৰে নেকি? তাত হেনো বসন্তই মহামাৰী ৰূপে দেখা দিছে।"

কথাষাৰ শুনি পবিত্ৰৰ মাকৰ অন্তৰত এটি আতঙ্ক জন্মে। অজ্ঞাত সাৰে এটি হুমুনিয়াহ ওলাই আহে। হাতৰ ঘড়ীলৈ এবাৰ চকু ফুৰাই হৰেন বৰুৱাই বিদায় ললে। নবীন চৌধুৰীয়েও স্কুলৰ কথা মনত পেলাই বৰুৱাৰ লগে লগে উঠিল। পবিত্ৰৰ মাক লাহে লাহে ভিতৰ সোমাল।

( ৩ )

পবিত্ৰ ব্ৰত শৰ্ম্মাৰ ঘৰ কামৰূপ জিলাৰ অন্তৰ্গত সন্ধেলি গাৱঁত। বাপেক দেৱব্ৰত শৰ্ম্মা আছিল এজন সম্ভ্ৰান্ত বংশৰ মধ্যবিত্ত লোক। যিখিনি মাটিবাৰী আছিল তাৰেই বেচ জীৱিকা চলিছিল। পৰিয়ালৰ ভিতৰত তেওঁৰ স্ত্ৰী আৰু ল'ৰা-ছোৱালী দুটি। ভৰণ-পোষণ আৰু ল'ৰা ছোৱালী দুটিৰ শিক্ষাৰ উপৰিও দেৱব্ৰত শৰ্ম্মাই আত্মীয়-স্বজনক অলপ অচৰপ সাহায্যও কৰিব পাৰিছিল। দেৱব্ৰত শৰ্ম্মাৰ ঘৰখন চালে চকুৰোৱা বিধৰ আছিল। বাটত নাৰিকলৰ শাৰী, বাৰীত শ্ৰেণীবদ্ধ তামোল-পাণ, আম-কঠাল আদি ফলবান গছ, দীঘল নঙলাৰে সৈতে থিয় বাট চ'ৰা, কাৰুকাৰ্য্য খটুৱাই সজা গোঁসাইঘৰ আৰু নানা আচবাবপূৰ্ণ বহা-ঘৰ দেখিলে বুনিয়াদী পৰিয়ালৰ এঘৰ চহকী মানুহ বুলি অনুমান হয়। আজিও বহাঘৰত

থকা আহল বহল চামৰ পীৰা, ওপৰত আঁৰি থোৱা ঢাক-দোলা আৰু গোঁসাই ঘৰত থকা ভাটৌ-ময়না কাটি নানা কারু কাৰ্য্য খটাই সঁজা সাত খলপীয়া গোঁসাই খাটে প্ৰাচীনত্বৰ পৰিচয় দিয়ে।

পাঁচ বছৰ আগৰ কথা। নিজৰ কামত গাৱঁলৈ আহোঁতে নলবাৰী থানাৰ চেকেণ্ড অফিচাৰ রুদ্ৰেশ্বৰ বৰুৱাৰ এদিন হঠাৎ দেৱব্ৰত শৰ্ম্মাৰ ঘৰখন চকুত পৰে আৰু অপ্ৰত্যাশিত ভাবে তেওঁৰ ঘৰত উপস্থিত হয়। ঘৰৰ পৰিপাটি, আচাৰ-ব্যৱহাৰ আৰু অতিথি শুশ্ৰূষাৰ নমুনা দেখি বৰুৱা মুগ্ধ হৈ পৰে। তাতে দেৱব্ৰতৰ একমাত্ৰ ল'ৰা পবিত্ৰ ব্ৰতক দেখি তেওঁৰ অন্তৰত আন এটি চিন্তাই ভুমুকি মাৰে। পবিত্ৰ ব্ৰত তেতিয়া নলবাৰী হাইস্কুলৰ ১০ম মান শ্ৰেণীত পঢ়ে। বৰুৱাই পবিত্ৰ ব্ৰতৰ পঢ়াশুনা জিজ্ঞাসা কৰাৰ পাচতেই বৰ মৰমৰ সুৰত কয়—"তুমি মোৰ বাহাত উঠিবাদেই।" ইয়াৰ পাচতো রুদ্ৰেশ্বৰ বৰুৱা ইছলে সিছলে দেৱব্ৰত শৰ্ম্মাৰ ঘৰলৈ আহিব ধৰে আৰু এদিন হঠাৎ মনত পুহিৰখা গোপন ইচ্ছাটো প্ৰকাশ কৰি তেওঁৰ ছোৱালী বিণাক পবিত্ৰ ব্ৰতলৈ বিয়া দিয়াৰ প্ৰস্তাৱ তোলে। দেৱব্ৰতে প্ৰথমে সেই প্ৰস্তাৱত সম্মতি দিয়া নাছিল; কিন্তু রুদ্ৰেশ্বৰ বৰুৱাও এৰি দিয়া বিধৰ লোক নহয়। সেয়ে কাৰ্য্য উদ্ধাৰৰ বাবে দেৱব্ৰতৰ পুৰোহিত ৰতিকান্ত শাস্ত্ৰীকো লগায়। দেৱব্ৰতৰ মাকৰ এই বিয়াত সমূলি মত নাছিল। তেওঁ জনালে যে চৰকাৰী চাকৰি কৰা মানুহৰ ছোৱালী আমাৰ বিয়া কৰাব নালাগে। তদুপৰি ল'ৰাৰ বয়সো কম; কিন্তু পুৰোহিতৰ কথা এৰাব নোৱাৰি দেৱব্ৰত শৰ্ম্মা এদিন ছোৱালী চাবলৈ গ'ল। ছোৱালী দেখি তেওঁৰো পছন্দ হয়। বন্ধু-বান্ধৱ সকলেও বিয়াখনত জোৰ দিয়ে। গতিকে পবিত্ৰ ব্ৰতৰ প্ৰবেশিকা পৰীক্ষাৰ পাচতেই মহা সমাৰোহেৰে বিয়াখন

হৈ যায়। সহপাঠীসকলে নেওঁতা আওঁৰালে—"একে একে এক হয়।" পবিত্ৰ ব্ৰতে কিন্তু কোনো আমোদ নাপালে।

বিয়াৰ পিচৰ কথা। প্ৰবেশিকা পৰীক্ষাৰ ফল ওলাইছে। পবিত্ৰ ব্ৰতৰ নাম প্ৰথম বিভাগত। এনেতে আহি পালে এটি মহাপ্ৰলয়। দুদিনৰ জ্বৰতে পবিত্ৰ ব্ৰতৰ বাপেক ঢুকাল। পবিত্ৰব্ৰতে চাৰিওফাল অন্ধকাৰ দেখিলে। মুখৰ ছাই গুচাওঁতেই অনেকখিনি ধাৰ হৈ পৰিল। গতিকে উচ্চ শিক্ষাৰ আশাও মনতে মাৰ নিয়াব লগা হয়।

মাকৰ ইচ্ছা—ল'ৰাই উচ্চ শিক্ষা লাভ কৰক। কিন্তু তাৰ বাবে তেওঁ খৰচেই বা যোগায় ক'ৰ পৰা? মনে খোজে ৰজা হ'ব, বিধাতাই নিদিয়ে খুজি খাব। ছোৱালী জনীকো বিয়া দিবৰ সময় হৈছে; তাতে ব্ৰাহ্মণৰ ছোৱালী। বহুত ভাবি-চিন্তি ৰতিকান্ত পুৰোহিতৰ দ্বাৰা ল'ৰাৰ উচ্চ শিক্ষাৰ কথাটো বিয়ৈয়েকৰ কাণত পেলালে।

ৰিণাৰ বিয়া হৈ যোৱাৰ পাচতেই ৰুদ্ৰেশ্বৰ বৰুৱা সদৰ থানাৰ ইনচাৰ্জ্জ হৈ গুৱাহাটীলৈ বদলি হয়। তেওঁ জনালে যে তেওঁৰ লগতে থাকি জোঁৱায়েকে কলেজত পঢ়িব পাৰিব। পবিত্ৰ কিন্তু এই কথাত সম্মত নহ'ল। শহুৰেকৰ ঘৰত থাকি পঢ়িবলৈ তেওঁৰ লাজ লাগে। মাকেও পবিত্ৰক জোৰ নকৰি নলবাৰী কলেজতে পঢ়িবলৈ কলে।

গৃহস্থালিৰ মূৰী মানুহ একোজনৰ অভাৱত চহকী ঘৰো টোকোনা হোৱা দেখা যায়। দেৱব্ৰতৰ সুখৰ সংসাৰ তেওঁৰ অভাৱত পৰি আহিবলৈ ধৰিলে। আই-এটো পাছ কৰাৰ পাচতে পবিত্ৰ ব্ৰতৰ অধ্যয়নৰ ছেদ পৰিল।

ল'ৰাৰ শিক্ষা সিমানতে শেষ হোৱা দেখি পবিত্ৰৰ মাকে শান্তি বিয়াৰ কাৰণে বিয়েয়েকলৈ প্ৰস্তাৱ পঠায়। ৰুদ্ৰেশ্বৰ বৰুৱাই ছোৱালীৰ বয়স কম বুলি আপত্তি কৰে। তাতে ছোৱালীও পঢ়ি আছে। বিণাৰ মাক কিন্তু ছোৱালী পঢ়োৱাৰ পক্ষপাতী নাছিল। তাইৰ ভাগ্যত যেতিয়া এম-এ, বি-এ পাছ দৰা নুজুটিল ; বেছিকৈ পঢ়িয়েই বা লাভ কি ? যিখিনি পঢ়িছে তাৰেই সংসাৰ চলিব। বিণাৰ কিন্তু একান্ত ইচ্ছা তাই প্ৰবেশিকা পৰীক্ষাটো পাছ কৰিব।

ৰুদ্ৰেশ্বৰ বৰুৱাই নিজৰ কৰ্ম্ম দক্ষতাৰ গুণত গুৱাহাটী সদৰ থানাত ইনচাৰ্জ্জ হিচাবে বেছি দিন থাকিব লগীয়া নহ'ল। দুটি বছৰ পাৰ হওঁতেই ইন্সপেক্টৰ পদলৈ উন্নীত হৈ মহা আৰম্বৰেৰে থাকিবলৈ ল'লে। বৰুৱাই অনুভৱ কৰে—তেওঁৰ জীৱনত এটা ডাঙৰ ভুল হৈ গৈছে। কি এটা খেয়ালৰ বশবৰ্ত্তীহৈ গাৱঁলীয়া ল'ৰা এজনত ছোৱালী সমৰ্পণ কৰিলে। আদৰৰ বৰছোৱালীক কৰ্ম্মহীন গাৱঁলীয়া এজনৰ লগত জীৱন যাপন কৰিবলৈয়ে বা দিয়ে কেনেকৈ ? আনহাতে বন্ধু-বান্ধৱৰ আগত জোঁৱায়েকৰ পৰিচয় দিবলৈকো লাজ লাগে। বহুত কথাকে ভাবিচিন্তি বৰুৱাই খাটি-খুটি চাপ্লাই বিভাগৰ ইন্সপেক্টৰৰ কাম এটি যোগাৰ কৰি জোঁৱায়েকলৈ লিখি পঠালে। পবিত্ৰব্ৰতে কিন্তু চাপ্লাই বিভাগৰ কাম ভাল নাপালে। তেওঁ দেখিলে চাপ্লাই, এক্সাইজ, প্ৰকিউৰমেণ্ট আদি বিভাগবোৰৰ উদ্দেশ্য মহৎ হলেও তাত এটা টকাৰ আকৰ্ষণ আছে। অনেকেই ব্যক্তিগত সম্পদৰ লিপ্সাত প্ৰণোদিত হৈ দেশবাসীৰ মূৰত বাগীকুঠাৰ মাৰে। আচৰিত কথা মানুহবোৰেও এনে শ্ৰেণীৰ কৰ্ম্মচাৰীক সদায় সুবিধা দি আহিছে। এই মৰীচিকাৰ মাজত নিজক জানো ঠিক ৰাখিব পাৰিব ? স্বাধীনতাৰ পাচত মানুহৰ মনোবৃত্তিবোৰ সংশোধন হৈছে

ক'ত ? বৰং আজিৰ মানুহে বেপৰোৱা ভাৱে অন্যায়ক সমৰ্থন কৰিছে। নেতাসকলৰো অনেকে আদৰ্শৰ মুখা পিন্ধি স্বাৰ্থ পূৰণত লাগি গৈছে। গান্ধীজীৰ সত্য, অহিংসা, ত্যাগ আৰু সেৱাৰ বানীয়ে যেন দেশবাসীৰ মন আকৰ্ষণ কৰিব পৰা নাই। পবিত্ৰই গাঁৱৰ পাৰিপাৰ্শ্বিকতাৰ মাজত বৰ্দ্ধিত হৈ আজি যি বুজিব পাৰিছে, তাতে যেন দয়া মমতা সহানুভূতি সৰলতা আদি সুকোমল প্ৰবৃত্তিবোৰ গাওঁবিলাকৰ পৰাও আঁতৰি যাবলৈ ধৰিছে। তেন্তে এইবোৰ গৈ এদিন অভিধানৰ বস্তু হৈ পৰিব নেকি ? নহয়, ইয়াৰ প্ৰতিকাৰ কৰিব লাগিব। তেওঁৰ ভাৱপ্ৰৱণ মনটোত ভাহি উঠে, গান্ধীজীৰ এষাৰি উপদেশ—গাঁৱবোৰৰ উন্নতি সাধন নহলে আমাৰ স্বাধীনতাৰ সাৰ্থক হব নোৱাৰে। বিপ্লৱী মনটোৱে কয়—গাওঁ সংস্কাৰৰ বাবে তেওঁ জীৱন উছৰ্গা কৰিব। অনুভৱ কৰে—শিক্ষকতাৰ মাজেৰে গাওঁ সংস্কাৰৰ যিখিনি সুবিধা পোৱা যাব আন একোতে সেই সুবিধা নাই। গতিকে তেওঁ স্বেচ্ছাই বাছি ললে দীন-দৰিদ্ৰ শিক্ষকৰ পদ।

ৰুদ্ৰেশ্বৰ বৰুৱাই পবিত্ৰব্ৰতৰ এনে আচৰণত অলপো ভাল নাপালে। আনহাতে পবিত্ৰব্ৰতেও দিব নোৱাৰে শহুৰেকক দিব লগা সন্মান খিনি। কৰ্ম্মচাৰী হিচাবে বৰুৱাৰ যদিও বিশেষ সুনাম আছে তথাপি অন্যায় ভাবে টকা অৰ্জ্জাটো তেওঁ বেয়া বুলিব নোৱাৰে। তেঁওৰ মতে ই এটা ক্ৰেডিট। এই কাৰণতে পবিত্ৰৰ শহুৰেকৰ ওপৰত ঘৃণা। বিশেষকৈ ১৫ আগষ্টৰ মটৰ এক্সিডেন্টৰ ঘটনাটোকে লৈ দুয়োৰো ভিতৰত ভালকৈয়ে মনোমালিন্য ঘটে।

ৰিণাৰ প্ৰবেশিকা পৰীক্ষাৰ পাচতেই বৰুৱানী আৰু পবিত্ৰৰ মাকৰ কথাৰ হেঁচাত শান্তি বিয়াটো হৈ গ'ল যদিও শান্তি বিয়াই তাইক শান্তি দিব নোৱাৰিলে। ৰিণা চহৰৰ আধুনিক সাজ সজ্জাৰ মাজত

মাৰ্জ্জিত ৰুচিৰে বিকশিত হৈ গাৰঁৰ বাবেকুৰি আৱৰ্জ্জনাৰ নিষ্ঠুৰ আঘাতত যেন জঁহি যাব লগীয়াত পৰিল। চহৰ আৰু গাওঁ? আকাশ আৰু পাতাল! এঠাইত আছে লাখ লাখ, কোটি-কোটি নক্ষত্ৰৰ আলোক, ৰামধেনুৰ সাত ৰং আৰু আন ঠাইত নানা বিভীষিকাৰে পৰিপূৰ্ণ আন্ধাৰ—কেৱল আন্ধাৰ। উঃ, এই আন্ধাৰৰ মাজত তাইক পোহৰ দেখুৱাব কোনে?—পবিত্ৰই? গাত মোটা খদ্দৰ, ভৰিত শ্লীপাৰ আৰু মূৰত গান্ধী টুপী লৈ টলৌ টলৌ কৈ ঘূৰি ফুৰা মানুহটোৱে? নিৰুৰ স্বামী মিঃ দুৱৰা, পমীৰ স্বামী মিঃ বৰুৱা কেনে মাৰ্জ্জিত? ধন্য! তেওঁলোকৰ জীৱনেই ধন্য!! লগে লগে সিহঁতৰ প্ৰতি ঈৰ্ষাও জন্মে তাইৰ। ৰিণাই অদৃষ্টক ধিয়াই অৱস্থাৰ লগত নিজক মিলাবলৈ অলপ চেষ্টা কৰে। শাহুৱেক আৰু অমলাৰ ব্যৱহাৰত তাই মাক আৰু ভনীয়েকৰ অভাৱটো পাহৰিবলৈ সক্ষমো হয়। কিন্তু তাইৰ জানো আচল অভাৱ সেইটো?

দিনৰ পাচত দিন পাৰহৈ যায়। পবিত্ৰৰ ব্যস্ত উদাসীন জীৱন-টোৱে তাইক অত্যাক্ত কৰি তোলে। জোৰকৈ টানি অনা মনৰ বলটো গৰাখহনীয়াৰ দৰে খহিবলৈ ধৰে। ৰিণাই অনুভৱ কৰে, পবিত্ৰ যেন ৰসবোধ নথকা এটি অদ্ভুত জীৱ। সদায় সদায় দেশ সেৱাৰ বক্তৃতা আৰু ব্যস্ততা। প্ৰাণত নাই প্ৰেমৰ উৎস, মুখত নাই প্ৰিয়া সম্ভাষণৰ ভাষা, দেহত নাই যৌৱনৰ বিলাসিতা। ৰিণাৰ দৃষ্টিত পবিত্ৰ ভৰ যৌৱনত সাজিবলৈ ওলোৱা এটি যোগী। ভণ্ড—ভণ্ড ভণ্ড—তাইৰ অন্তৰাত্মাই কৈ উঠে। শিক্ষাৰ বিশেষ পোহৰ নাপাই পবিত্ৰই যেন নিজক ডাঙৰ বোলাবলৈ এই অবাঞ্ছনীয় ৰূপটো লবলৈ চেষ্টা কৰিছে। ৰিণাই নিজক মিলাবলৈ গৈও যেন মিলাব নোৱাৰে। হঠাৎ ৰবিন কটকী কোৱা কথা এবাৰ মনত পৰে—"তোমাৰ কথাকে

ভাবিছে"। ৰিণা! সময় সুবিধালৈ মন নকৰি অন্ধ সংস্কাৰ এটাৰ বশীভূত হৈ কি ভুল এটাকে কৰি নেপেলাইছে?" ৰবিন কটকী! সেই গোলাপ কটকীৰ ল'ৰা ৰবিন কটকী। কেনে ৰসিক কেনে চৌকিন্ ৰবিন জন। কিমান যত্ন কৰি তাইক পঢ়া দেখুৱাই দিছিল—কিমান যে মৰম কৰিছিল। পবিত্ৰৰ লগত এবাৰ ৰিজাই চায়—উঃ! শুকান শমীধ আৰু সৰস দেৱদাৰু, শিঙাৰ কৰ্কশমাত আৰু বাঁহীৰ মধুৰ সুৰ; খৰালি তলি শুকাই গেৰেকণি লগা খাল আৰু বাৰিষাৰ স্বচ্ছ সৰোবৰ। কথাবোৰ ভাবি ভাবি ৰিণাৰ বৰ বেয়া লাগে। ভাৱনা সাগৰত বুৰগৈ কূল দেখিবলৈ নাপায়। তাইৰ কি তেন্তে জীৱন-যৌৱন তেনেই ব্যৰ্থ হৈ যাব—তায়ো কি যৌৱনতে যোগিনী সাজিব লাগিব?

(৪)

দৈনিক কাকত আসাম ট্ৰিবিউন—কত দেশ বিদেশৰ খবৰ। পবিত্ৰই তেওঁৰ শোৱনি ঘৰৰ টেবিলৰ ওপৰত থকা লেমটোৰ ফিটাডাল অলপ বঢ়াই দি চকিখনৰ ওপৰত বহি বৰ মনোযোগেৰে বাতৰি কাকত পঢ়ে। ওচৰৰে পালেং খনৰ ওপৰত অনাদৃত যৌৱনৰ কথা ভাবি অভিমানত পবিত্ৰলৈ পিঠিদি ৰিণা শোৱে।

ভাৰতবাসীৰ ওপৰত দক্ষিণ আফ্ৰিকাৰ মোলান চৰকাৰৰ অত্যাচাৰ, কোৰিয়া যুদ্ধ, মিছৰৰ ভিতৰুৱা অশান্তি আদি যুগপৎ ঘটা ঘটনাবোৰ। ক'লা-বজাৰ সম্বন্ধে নেহৰুৰ বিবৃতিটো পবিত্ৰই বৰ মনোযোগেৰে পঢ়ে। নেহৰুৱে ক'লা-বেপাৰী আৰু ভেঁটাখোৰ

বোৰৰ ওপৰত কঠোৰ ব্যৱস্থা লোৱা হব বুলি দৃঢ়মত প্ৰকাশ কৰিছে। কিন্তু দৃঢ়মত প্ৰকাশ কৰিয়েই বা কৰিব কি ? মানুহৰ শৰীৰৰ ওপৰত বল প্ৰয়োগ কৰিব পাৰি সঁচা ; কিন্তু মনৰ ওপৰত জানো পাৰা যায় ? মনোবৃত্তিৰ সংশোধন নহলে আমাৰ কেতিয়াও উন্নতি হব নোৱাৰে,— আৰু তেতিয়ালৈ আমাৰ স্বাধীনতাৰে বা সাৰ্থকতা ক'ত ? চুৰ কৰা বেয়া কাম। চুৰ কৰিলে শাৰীৰিক দণ্ডও দিয়া হয়। তথাপি যে চোৰে চুৰ কৰিবলৈ নেৰে। এফালে শাস্তিৰ ব্যৱস্থা, আনফালে মনৰ দুৰ্ব্বলতা আৰু এক শ্ৰেণী লোকৰ উদগনি। আজি দেশখনত ক'লাবেপাৰ আৰু ভেঁটীয়ে পানী মেটেকাৰ দৰে শিপাই লৈছে। নেহেৰুৰ বিবৃতিয়ে জানো তাক প্ৰতিৰোধ কৰিব পাৰিব ? আজিৰ আইন আদালতবোৰ ! সিও যেন এটা ছো হৈ পৰিছে—সবলক শাস্তি বিহিব নোৱাৰে।

কাকতখন দুয়ো হাতেৰে সামৰিলৈ পবিত্ৰই ভাবে—মানুহবোৰ কি ভয়ানক স্বাৰ্থপৰ হৈ পৰিল। অৰ্থলিপ্সাই ইহঁতক উদ্বাউল কৰি তুলিছে। আজিৰ মানুহক লাগে কেৱল টকা। ফাঁকি, প্ৰবঞ্চনা, অবৈধ উপায়, যি কোনো ভাবেই নহওঁক লাগে মাথোঁ—টকা। টকাৰ কাৰণে মানুহে দয়া, মৰম, পাপ-পুণ্য সকলোকে বিসৰ্জ্জন দি ৰক্ত-পিপাসু দানবৰ ৰূপ ধৰিব পাৰে। বেমাৰীক দিবলৈ নাই এতোলা চেনি অথচ পিচদুৱাৰেদি মোণে মোণে ওলাই যায় ক'লা বজাৰ বুলি। ভোকাতুৰৰ কাৰণে ধান-চাউল এটিও নাই গুদামত অথচ ৰাতিৰ আন্ধাৰত কঢ়িয়াই নিয়ে কোনোবা ব্যৱসায়ীৰ গাড়ীয়ে। ব্যৱসায়ীৰ কথাত হঠাৎ এটা ঘটনা মনত পৰি যায়—বেছি দিনৰ কথা নহয়। প্ৰতাপমল কেঞাৰ গুড়ৰ গুদামত গুড়ৰ মাজতে কুকুৰ এটা মৰি পোকালাগি আছিল। হঠাৎ অৰ্দ্ধগলিত কুকুৰটো গুড় কিনোতাৰ চকুত

পৰিল। থানাতো খবৰ দিয়া হ'ল। কেঞ্জা বাবুৱে গুড়বোৰ পেলাই দিমবুলি গাত ললে। পিচৰ কথাটো নেদেখা জনেহে জানে। পবিত্ৰৰ গাটো শিঁয়ৰি উঠে। তেল খাই মানুহ মৰা, ঘি খাই মানুহ মৰা, বহুত ঘটনাই মনলৈ আহে। বাৰু, অস্ত্ৰেৰে হত্যা কৰিলে মানুহে হত্যাকাণ্ড বুলি অভিহিত কৰে; কিন্তু ব্যৱসায়ৰ জৰিয়তে ভেজাল বস্তু খুৱাই মানুহ মাৰাটো কি হত্যাকাণ্ড নহয়? চিন্তা কৰি চালে আজিৰ বজাৰৰ বস্তু খাবলৈ ভয় লাগে। তেল-ভেজাল, ঘি-ভেজাল, চেনি-ভেজাল, গুড়-ভেজাল, গাখীৰ-ভেজাল, ভেজাল নহয় কোনটো? পবিত্ৰৰ ভাৱপ্ৰৱণ মনটোৱে কৈ উঠে—"ভেজাল বস্তুৰ লগে লগে মানুহবোৰো ভেজাল হৈ গ'ল।"

ধাতবি কাকতখন ভালদৰে সামৰি টেবিলৰ এটি দাঁতিত থৈ ডায়েৰী বুকটো টানিয়াই সিদিনাৰ ডায়েৰী লিখে। আৰু ৰিণা?

ৰিণাৰ চকুত টোপনি অহা নাই। যৌৱনৰ সোণালী প্ৰভাতত এশপাহিৰে ফুলি উঠা যৌৱন ফুলটো কি অকালতে মাৰহি যাব দিব পাৰে? অনন্ত কামনা, অফুৰন্ত বাসনা ৰিণাৰ অন্তৰত। সমবয়সী সকলৰ সুখৰ ছবি এটি এটিকৈ ভাহি উঠে। কোনো জনী হাকিমৰ, কোনোজনী প্ৰফেচাৰৰ অঙ্কশায়িনী হৈ কি বিমল আনন্দই লাভ নকৰিছে! আন কি তাইৰে ভনী মিনা জনী, মুক্ত বাতাৱৰণৰ মাজত চঞ্চল জুৰিটিৰ দৰে হাঁহি নাচি ফুৰিছে, আৰু আজি তাই সঁজাৰ চৰাই-টোৰ দৰে চাৰিবেৰৰ মাজত য'ত ফুৰিবলৈ নাই এখন সমাজ, কথা হবলৈ নাই এজন প্ৰাণৰ মানুহ; তাতে অনাদৃত ভাৱে কাল কটাব লগীয়া হৈছে। এই বন্ধনৰ পৰা কি মুক্তি নহব? হব! নিশ্চয় মুক্তি লভিব ৰিণাই। দেউতাকৰ চিঠিত তাৰে এটি আভাস পাইছে আজি। কিন্তু তাতে বা কামনাৰ তৃপ্তি ক'ত? নহয়, নহয়, তাই বিদ্ৰোহ কৰিব—

সমাজ ব্যৱস্থাৰ ওপৰত যুগান্তৰ আনিব। এই বিয়া তাই কৰোৱা নাই। কিন্তু পিচমুহূৰ্ত্ততে কিয় জানো তাইৰ বিপ্লবী মনটো কোঁচ খাই পৰে—যেন হিলদোল ভাঙি অহা পাহাৰী জুৰিটি ক'ৰবাত ঠেকা খাই ৰয়। মনটো আশা-নিৰাশাৰ মাজত দুলিবলৈ ধৰে—ঠিক ঘড়ীৰ পেণ্ডুলামৰ দৰে।

চকিখনৰ পৰা উঠি লেমৰ পোহৰটো অলপ কমাই দি ৰিণাৰ কাষতে বহি পবিত্ৰই মাতে—ৰিণা! ৰিণা! বৰ মৰমৰ মাত! ৰিণাৰ কিন্তু সঁহাৰি নাপায়। বেৰলৈ মুখ কৰি থকা মূৰটো অলপ টানি হাত দুখন ৰিণাৰ দুয়োগালত ৰাখি লাহে লাহে জোকাৰি দি পবিত্ৰই কয়—"তোমাৰ টোপনি আহিছে ?"

"আঃ আমনি নকৰিবা।" পবিত্ৰৰ হাতদুখন আজুৰি পেলাই দি ৰিণাই কয়।

পবিত্ৰই মৰমেৰে কয়—"তুমি খং কৰিছা ৰিণা ?"

ৰিণা নিমাত। তেওঁ আবেগেৰে কৈ যায়—"তুমি অৱশ্যে বহুত কষ্ট পাইছা। হয়তোবা উপযুক্ত আদৰ যত্নৰ অভাৱত ফুলি উঠা যৌৱন ফুলটো পাপৰিৰ পাচত পাপৰিকৈ শুকাই যাবলৈ ওলাইছে। কিন্তু তুমিও দেৱা-হুতিৰ দৰে কৰ্দ্দমৰ কঠোৰ কৰ্দ্দমাক্ত জীৱনৰ সঙ্গিনী হব নোৱাৰিবা নে ?"

"মইতো দেবী নহওঁ। মানুহ হিচাবে তুমি কি মোৰ আশা-আকাঙ্ক্ষা থাকিবলৈ নিদিয়া।" ক্ষোভ আৰু আবেগৰ সুৰত ৰিণাই কয়।

"মানুহৰ আশা-আকাঙ্ক্ষা অনন্ত ৰিণা। অপাৰ সমুদ্ৰৰ দৰে সি তাৰ কুহেলিকা মেলি ধৰে, মৰীচিকাৰ দৰে আহি আগত থিয় হয়। পাচে পাচে খেদি তাক পাব নোৱাৰা। যিমানে খেদিবা সিমানে তৃষ্ণা বাঢ়ি যাব আৰু জীৱনৰ পৰিসমাপ্তি হব অতৃপ্ততাৰ

মাজতেই।” কিছু পৰ দুয়ো নিস্তব্ধ। নিস্তব্ধতা ভাঙি পবিত্ৰই আকৌ কয়—“অৱশ্যে কোনোবা সুপাত্ৰত পৰিলে তোমাৰ এই জীৱন-যৌৱন সাৰ্থক হ’লহেঁতেন। কিন্তু কি কৰিবা, বিধাতাৰ দান বুলিয়েই সকলো দুখ-নিৰ্য্যাতন মূৰ পাতি লোৱা। মোৰ অনুৰোধ—হিন্দু নাৰীৰ আদৰ্শমতে সহধৰ্ম্মিণী হিচাবে তুমি মোৰ সুখ-দুখ আৰু কৰ্ম্মৰ সমভাগিনী হোৱা।”

“তিৰোতাৰ তেন্তে কোনো স্বাধীন সত্তা নাই।”

“স্বাধীন সত্তা নাই বুলি মই কব খোজা নাই বিণা! মই বিচাৰিছোঁ তুমিও দেশৰ অৱস্থা অনুভৱ কৰা। কত লোকে আজি খাবলৈ পোৱা নাই দুবেলা দুমুঠি, পিন্ধিব উৰিব নাপায় এডুখৰি কাপোৰ,. আনহাতে আভিজাত্যৰ ভেম বজাই ৰাখিবলৈ ভোগ বিলাসত হাজাৰে হাজাৰে টকা উৰাই দিছে কিছুমান মুষ্টিমেয় লোকে। বেমাৰত এটুপি ঔষধ পোৱা নাই, ভোকত ল’ৰা ছোৱালীক খাব দিব পৰা নাই—আৰ্ত্তনাদত গগন বিদীৰ্ণ কৰিছে, অথচ সিহঁতেই হাড়ক মাটি, তেজক পানী কৰি অৰ্জ্জাধনেৰে এদলে হাৱাগাড়ী উৰাই আনন্দ স্ফূৰ্ত্তিৰ মাজেদি জীৱন কটাইছে। দেশৰ বিৰাট অংশ এটাৰ জীৱন নিৰ্ব্বাহৰ কথা ভাবিলে তোমাৰো সহানুভূতি জন্মিব বিণা।”

“তোমাৰ মতে মানুহৰ উচ্চ আশা থকাতো অনুচিত—উন্নত জীৱন যাপনৰ কোনো প্ৰয়োজন নকৰে?” কথাৰ লগে লগে বিণাৰ গালে মুখে ঘৃণা আৰু বিৰক্তিৰ ভাৱ ফুটি উঠে। ধিমিকধামাকৈ জ্বলি থকা লেমটোৰ পোহৰত পবিত্ৰই যেন স্পষ্ট ভাবে দেখিবলৈ পায়। তথাপি, তেওঁ বিণাক বুজাব খোজে।

“তুমি ভুল বুবুজিবা বিণা। মানুহৰ যে উচ্চ আশা থাকিব নালাগে মই সেই কথা কোৱা নাই। মই অনুভৱ কৰিব কৈছোঁ—

তোমাৰ চাৰিওফালে থকা দুখী দৰিদ্ৰবোৰৰ অৱস্থা। সিহঁতৰো তো তোমাৰ দৰে এটা আশা-আকাঙ্ক্ষা আছে। সিহঁতেওতো মানুহৰ দৰে জীৱন যাপন কৰা উচিত। দেশৰ ক্ষুদ্ৰ অংশ এটাই উন্নতি কৰিলে দেশখন উন্নত হব নোৱাৰে।"

"সিহঁতক জানো কোনোবাই বাঁধা দিছে।" ৰিণাই খঙেৰে কয়। পবিত্ৰ নিৰাশহৈ পৰে আৰু অলপ উত্তেজিত হোৱাৰ দৰে কৈ উঠে—"ছোৱালীবোৰৰ স্বভাৱেই আকৌৰ গজালি।" ৰিণা এইবাৰ কোবখোৱা ফেঁটী সাপটোৰ দৰে ফোঁচ কৈ উঠে। আৰু অন্তৰৰ সকলোখিনি বিষ ঢালি দি কয়—"মই তোমাৰ দৰে ভণ্ড নহওঁ—ভণ্ডামীও কৰিব নোৱাৰোঁ।" পবিত্ৰই শৰীৰৰ প্ৰত্যেক সিৰা প্ৰসিৰাতে তীব্ৰ বিষৰ বিষম জ্বালা অনুভৱ কৰে। তেওঁৰ বাক্ ৰুদ্ধ হৈ পৰে। বহুত সময়ৰ পাচত নিজক প্ৰকৃতিস্থ কৰি লৈ পবিত্ৰই কয়—"তেন্তে তোমাৰ মানত মই ভণ্ড ?"

আকৌ দুয়ো মৌন। মৌনতা ভেদ কৰি মাৰল ঘৰৰ ঘড়ীত টং টং কৈ বাৰটা বাজি উঠে। পবিত্ৰৰ অন্তৰভেদী এটা দীঘল হুমুনিয়াহ ওলাই আহে। এনেতে ঘৰৰ পাচফালে কাৰবাৰ ভৰিৰ শব্দ শুনা যায়। পবিত্ৰই কাণ থিয় কৰি বুজিবলৈ চেষ্টা কৰে। শব্দ আৰু শুনিবলৈ নাপায়। লেমটো নুমাই দি চাঁদৰখন টানিলৈ পবিত্ৰ শুই পৰে। আৰু ৰিণা ? ৰিণাৰ অন্তৰতো অসীম বেদনা। গ্ৰীষ্মৰ অত্যন্ত উত্তাপৰ পাছত নামি অহা বৰষুণৰ দৰে দুয়ো চকুৰে চকুলো বাগৰিবলৈ ধৰে। বিভিন্ন ভাৱধাৰাৰ দুটা প্ৰাণী—কোনোটোৱে কোনোটোৰ ওচৰত আত্ম-সমৰ্পণ কৰিব নোৱাৰে। অদূৰত শিয়ালবোৰে হোৱা হোৱা ধ্বনি কৰি উঠে। ওচৰে গছ এজোপাত পৰি ফেচাঁই বিকট কিৰিলি পাৰে—নিউ—নিউ—নিউ।

"আঃ আপদীয়া কাউৰী জনীলৈ চোৱাঁ।"

পবিত্ৰৰ মাকে টোপনিৰ পৰা উঠি পিৰালিত ভৰি দিছে মাথোঁন; কৰবাৰ পৰা আপদীয়া কাউৰী জনী আহি চালত পৰি কৰ্কশ মাতেৰে কা—কাকৈ উঠে। তেওঁ পিৰালিৰ পৰা নামি কাউৰী জনীক খেদি দিয়ে আৰু দিনটোৰ কথা সুঁৱৰি ৰামহৰি চিন্তা কৰে। এনেতে পদূলিৰ মুখত কোনোবাই কথা কোৱা শুনে—স্বৰ অস্পষ্ট। দুখোজমান আগবাঢ়ি গৈ যি দেখিলে তাতে তেওঁৰ ভৰিৰ পৰা মূৰলৈকে শিয়ঁৰি উঠিল। বাট চ'ৰাৰ দুৱাৰ খোলা। দুৱাৰ মুখত ৰঙা টুপীৱালা পুলিচ। তেওঁৰ মনটোৱে এটি অনাহূত আগন্তুক আশঙ্কাৰ আগ-জাননী দিয়ে। ইমান দিনেতো এনে ভাবে কেতিয়াও পুলিচ অহা নাই। মানুহ দুনুহ নৌ উঠোঁতে আজি পুলিচৰ আগমনেই বা কিয়? কাউৰী জনীৰ অমঙ্গলীয়া চিঞৰৰ কথা মনত পৰে। তেওঁ সৰগ পৰা মানুহৰ দৰে থিয় হৈ থাকে—নিৰ্ব্বাক নিস্পন্দ ভাবে।

"শৰ্ম্মা আছেনে ঘৰত?"

পবিত্ৰৰ মাকৰ গাটো কঁপিবলৈ ধৰে। মুখৰ মাত ভিতৰ সোমায়। নিজক বৰ সংযত কৰিলৈ কঁপা কঁপা মাতেৰে কয়—"কাৰ কথা কৈছা—।" ডাৰোগা শইকীয়াই অলপ আগবাঢ়ি আহি কৈ উঠে—"পবিত্ৰ ব্ৰত শৰ্ম্মা!" লগতে শইকীয়াই ফুচ্ ফুচাই পুলিচ এজনৰ কাণৰ কাষত কিবা কয়।

কিং কৰ্ত্তব্য বিমূঢ়া হৈ ফিৰে পবিৰ মাক। পুলিচজনো পিচে পিচে সোমাই আহে।

"পবি! পবি! উঠচোন, বেগতে উঠ।" বৰ ত্ৰ্যস্ত ভাৱে মাকে

মাতে। পবিত্ৰ উঠি আহে। মাকৰ মাতত অমলা জনীয়েও সাৰ পায়। পবিত্ৰ উঠি আহি চোতাল পাওঁতেই পুলিচজন আগ বাঢ়ি আহি জনায়—"ডাৰোগা চাহাবে পদূলিৰ মুখত অপেক্ষা কৰি আছে।"

"ডাৰোগা! কোন ডাৰোগা?

"শইকীয়া চাহাব।"

"শইকীয়া!" পবিত্ৰ অলপ আচৰিত হয়। তুনাই কোনো কথা মুসুধি একে চাবেই গৈ পদূলি মুখ পায়।"

"আপোনাৰ নামত ওৱাৰেণ্ট আছে"—শইকীয়াই কয়।

"ওৱাৰেণ্ট! মোৰ নামত ওৱাৰেণ্ট!" পবিত্ৰৰ চকুৱে মুখে বিস্ময়ৰ ভাৱ ফুটি উঠে। ডাৰোগাই কাগজ এখন আগবঢ়াই দি কয় —"আপোনাৰ এৰেষ্টৰ হুকুম হৈছে।"

"এৰেষ্টৰ হুকুম! মই যে একো বুজিব পৰা নাই শইকীয়া।"

"এইটো আমাৰ ইচ্ছাতো নহয়—স্বয়ং পুলিচ চাহাবৰ হুকুম। এতিয়া আমি আৰু পলম কৰিব নোৱাৰোঁ।" শইকীয়াৰ কথাৰ লগে লগে পুলিচ এজন পবিত্ৰৰ ফাললৈ আগ বাঢ়ে। শইকীয়াই চকুৰ ইঙ্গিতেৰে বাধা দিয়ে। সি পিচুৱাই যায়। ৰাতি মানুহৰ ভৰিৰ শব্দ যে শুনা ভুল হোৱা নাছিল পবিত্ৰই এতিয়াহে বুজিব পাৰিলে। কিন্তু গোটেই ঘটনাটোৱে তেওঁক বৰ আচৰিত কৰি তোলে। পবিত্ৰক মৌনভাৱে থিয়হৈ থকা দেখি ডাৰোগা শইকীয়াই পুনৰাবৃত্তি কৰি কয়—"মাফ্ কৰিব শৰ্ম্মা। আপোনাৰ কাৰণে আমি আৰু পলম কৰিব নোৱাৰিম। আপোনাৰ যদি……।" শইকীয়াৰ কথাত বাধাদি পবিত্ৰই কৈ উঠে—"আপোনালোক নিশ্চিন্ত হওঁক। মোৰ ওপৰত ওৱাৰেণ্ট হৈছে যেতিয়া মই যাবলৈ

প্ৰস্তুত আছোঁ। কিন্তু আপোনালোক আহি অলপ বহক। দহ মিনিটৰ বেছি পলম নহব।"

"নাই, নাই আমি বহিব নোৱাৰোঁ। আপোনাৰ কাৰণে ৰাতিটো দুৰ্ভোগ ভোগ কৰিছোঁ। এতিয়া আৰু পলম কৰিব নোৱাৰিম।"

"কিয় মই কৰবাত পলাই যাম বুলি সন্দেহ কৰে নেকি? জানেনে শইকীয়া এই পবিত্ৰই স্বেচ্ছাই যাব খুজিলে আপুনি কিয় আপোনাৰ নিচিনা এশ শইকীয়াইও তাৰ জীৱিত শৰীৰ লৈ যাব নোৱাৰে।" পবিত্ৰই কথা কেইটা অলপ উত্তেজিত হোৱাৰ দৰে কয়।

"তেন্তে আপুনি নাযাব?"

শইকীয়াৰ কথা শুনি পবিত্ৰ ব্ৰতে হাঁহি এটা মাৰে আৰু গম্ভীৰ ভাবে কবলৈ ধৰে—"ভুল বুজিব শইকীয়া। পবিত্ৰ ব্ৰত শৰ্ম্মা ইমান তললৈ নমা নাই যে সি অন্যায় ভাবে আত্ম-পক্ষ সমৰ্থন কৰিব। পুলিচ চাহাবৰ আদেশ মই অমান্য কৰি আইন আৰু শৃঙ্খলাত বাধা নজন্মাওঁ। চাওঁ বাৰু ইয়াৰ প্ৰকৃত ৰহস্য কি? কিন্তু মই অন্ততঃ পৰিয়ালৰ মানুহ কেইটাক অলপ প্ৰবোধ দি যাব লাগিব। এনেকুৱা আচহুৱা ঘটনা এটাই তেওঁলোকৰ মাজত আতঙ্কৰ সৃষ্টি কৰিছে।"

"বাৰু আপোনাৰ কথামতে সময় দিয়া হ'ল—অন্‌লি ফাইভ্‌ মিনিট'চ্‌।" পবিত্ৰ ভিতৰলৈ সোমাই যায়। শইকীয়াই এবাৰ তীক্ষ্ণ দৃষ্টিৰে তেওঁলৈ চায় আৰু মনতে ভাবে—এই মানুহ জনলৈ পদে পদে ভয়। এই মানুহটোৰ কাৰণে চৰকাৰী কৰ্ম্মচাৰীৰ মান মৰ্য্যাদা থকা টানহৈ পৰিছে। যি নাচায় নিজৰ শহুৰেকক সি আৰু কি চাব পৰক। এইদৰে জব্দ কৰাটো অতি সমীচীনেই হৈছে।

ভিতৰত পবিত্ৰৰ মাকে বৰ ব্যাকুল আৰু ভীত ভাবে সোধে—"হা-এ পৰি! কি ওৱাৰেণ্টৰ কথা শুনোঁ। তই কিয় যাব লাগে?"

"চিন্তা নকৰিবা আই ! মই দুদিনৰ ভিতৰতে ঘূৰি আহিম ।"

"তই কৰবাত কিবা জগৰ লগাইছ নেকি ? কথাৰ লগে লগে পবিত্ৰৰ মাকৰ চকু চলচলীয়া হৈ পৰে ; আৰু ভঙ্গা ভঙ্গা মাতেৰে থোকা থুকিকৈ কয়—"এইদৰে ৰাতি দিনে ফুৰি শেষত……।" তেওঁ কব নোৱাৰে। পবিত্ৰৰ মনটোত বৰ বেয়া লাগে।

পবিত্ৰই সান্ত্বনাৰ সুৰত মাকক কয়—"তুমি দুখ নকৰিবা আই ! মই কেতিয়াও কোনো বেয়া কাম কৰা নাই। ইয়াৰ ভিতৰত নিশ্চয় কিবা ভুল সোমাই আছে আৰু সেই ভুল বেগতে ভাঙিব।" মাকৰ কিন্তু মনে নামানে। দুখে বেজাৰে ধান বনাদি তেওঁৰ অন্তৰ খন তোল-পাৰ লগায়। পবিত্ৰই গৈ হাত মুখ ধুই কানি কাপোৰ লয়। অমলাই ততাতৈয়াকৈ চাহ একাপ আনি দাদায়েকৰ আগত তুলি ধৰে।

"তয়ো বৰ আচৰিত জীৱ। তোক কোনে চাহ কৰিবলৈ কলে অ' অমলা ? বাৰু দে আনিছ যেতিয়া।" অমলাই চাহৰ কাপটো দাদায়েকৰ হাতত তুলি দিয়ে। চাহৰ কাপত মুখদি পবিত্ৰই কয়—"হেৰ ! নবৌয়েৰা উঠিছে নে নাই অ।"

"নবৌ উঠি বাৰীৰ পিনে গৈছে। মই মাতিছিলোঁ ; তেওঁৰ হেনো গা পা ধুই আহোঁতে অলপ পলম হব।"

"থাক বাৰু মাতিব নালাগে। পিচে, তইঁতে কোনো চিন্তা নকৰিবি দেই। নবৌয়েকো কবি। মই যিমান সোনকালে পাৰোঁ৷ ফিৰিম।"

অমলাই চকু দুটা মোহাৰি যাবলৈ ওলায়। পবিত্ৰই হাঁহি এটা মাৰি বাধা দি কয়—"শুনচোন পাগলি ! পিচে তয়ো হব কান্দিব খুজিছ ? তইঁতক দেখিছোঁ পগলা হবি।" দাদাকৰ মুখৰ হাঁহিত ঘটনাৰ গুৰুত্ব যেন পাতলি যায়। পবিত্ৰই অমলাক উপদেশ দি আকৌ কয়—"তই আইক চাবি। মোৰ কাৰণে চিন্তা কৰিবলৈ

বাধা দিবি। কোনো ৰকমৰ অসুবিধা হলে হেড্ মাষ্টৰক কবি। অ' আৰু এটা কথা। নবৌয়েৰাকো কবি আইৰ চিন্তা দূৰ কৰিবলৈ অলপ চেষ্টা কৰিব।" পবিত্ৰ ওলাই যায়।

* * * *

পবিত্ৰৰ বিদায়ৰ লগে লগে মাক শোৱা-পাটীত পৰিল। শোকে খুন্দা মাৰি ধৰে—নানা কথাই মনটো তোলপাৰ লগায়। কেনে সুখৰ সংসাৰ আছিল আৰু আজি স্বামীৰ পৰলোকৰ লগে লগে কি হৈ গ'ল? পুতেকৰ উদাসীনতাত ঘৰ বাৰী আজি জঁহি খহি যাব ধৰিছে। হালোৱাই হাল এৰিছে। আধিয়াৰে ঠিক মতে আধি নিদিয়ে। তাক কলেও কয়—"সিহঁতৰ ফালেও তো চাব লাগিব।" কিন্তু তাৰ ফালে চায় কোনে? তেওঁ তিৰোতা মানুহহৈ গৃহস্থালি খন সামৰিব পাৰে নে? আনফালে ঘৰত এটি অৰক্ষণীয় ছোৱালী। তাইৰো বিয়াৰ কোনো এটা দিহা হৈ নুঠিল। মনত পৰে সিদিনা পেহীয়েকে কোৱা কথা—"বৌটি! ছোৱালীক আৰু কিমান দিনলৈ ৰাখি ধৰ্ম্ম-কৰ্ম্ম, মান-মৰ্য্যাদা নষ্ট কৰিবা। যিয়ে বিচাৰে ভালক সেয়ে পায় খালক—ইমান দিনটো ভালকে বিচাৰিছা। আজি কালি হাজাৰে হাজাৰে টকা ভাঙিব নোৱাৰিলে ভাল পাত্ৰ পোৱা টান। কোনো মতে এঠাইত গতাই দায়টোৰ পৰা উদ্ধাৰ হোৱা।" অধ্যাপকে আকৌ সিদিনা কৈ গ'ল—"যুৱতী ছোৱালী আগতলৈ তোমালোক ভাল উদাসীন হৈ বহি থাকিব পাৰা।" পাৰোঁতে জানো তেওঁ বহি আছে। ল'ৰাক কলেও কয়—"অমলা জনীনো ক'ত বুঢ়ী হৈ গ'ল।" অথচ লোকৰ কাৰণে ঘূৰিব টলৌ টলৌ কৈ। ঘূৰকে চোন, শেষত যে এই ডাল টাঙোন মাৰিব তেওঁ ভাবিবই পৰা নাছিল। একেটি ল'ৰাৰ সংসাৰ। পবিত্ৰৰ মাকৰ আজি শান্তি ক'ত?

মনক বা প্ৰবোধ দিয়ে কি বুলি। বেটাৰ সুখৰ কাৰণে গোঁসাইৰ মূৰত কত ফুল দিছে। ভাবিছিল বোৱাৰী আহিলে জানোবা মতি-গতি লবে। কিন্তু ক'তা? বোৱাৰী আহি অশান্তিৰ বাঁহহে বান্ধিলে। তেওঁতো তেতিয়াই মানা কৰিছিল চৰকাৰী চাকৰী কৰা মানুহৰ ছোৱালী আনিব নালাগে বুলি। ছোৱালীৰ বাপেকৰে বা তেতিয়া কেইখন মুখ—ল'ৰাক যে কি কৰি নিদিব। এতিয়া ডাঙৰ মানুহহৈ গাৱঁলীয়া ভূত বুলি কত নিন্দা, কত উপহাস। এনেহেন শহুৰেক থাকোঁতে ল'ৰাই কিয় পঢ়াশুনা এৰিব লগীয়া হ'ল? অথচ জীয়েকৰ পঢ়াৰ কাৰণে কত চেষ্টা। মানুহে মিছাতেহে কয় বোলে "জোৱাই আপোন জী পৰ।" আপোন বুলি ভাবিলে ল'ৰাৰ আজি এনে দশা হয় নে?

মাকৰ কাষত বহি অমলাই সান্ত্বনা দি কয়—"আই তই চিন্তা নকৰিবি। দাদাৰ নিচিনা মানুহক চৰকাৰে কেতিয়াও দোষী কৰিব নোৱাৰে। দাদাক মানুহবোৰে কিমান ভাল পায়!" সান্ত্বনা দিলে কি হব। মাকৰ মনে কি সান্ত্বনা মানে?

( ৬ )

অস্তাচলগামী সূৰ্য্য দেৱতাই পৃথিবীৰ বুকুত হেঙ্গুল ৰ শেষঙৰ কিৰণ মালা ছটিয়াই দি মেলানি মাগিছে। যেন গোটেই দিনটোৰ নিৰবচ্ছিন্ন যাত্ৰাৰ এফেৰি জিৰণি বিচাৰিছে। বহল ব্ৰহ্মপুত্ৰৰ বুকত সিঁচৰিত হৈ পৰা কিৰণ মালাই ঢৌৰ চেৱে চেৱে নৃত্য কৰিছে। অদূৰৰ পৰ্ব্বত মালাৰ শিখৰত পৰা সূৰ্য্যদেৱতাৰ শেষ পোহৰে প্ৰকৃতি দেবীৰ শিৰত যেন সোণালী মুকুট পিন্ধাই দিছে। এই ব্ৰহ্মপুত্ৰৰ পাৰতে

গুৱাহাটী নগৰী। বিশাল ব্ৰহ্মপুত্ৰ। তাৰ দুধাৰি সোঁতৰ মাজত থকা উৰ্ব্বশী উমানন্দ, চাৰিওফালৰ পাহাৰ শ্ৰেণী, এই সকলোকে লৈ মহানগৰী খনে যেন এক অপৰূপ সৌন্দৰ্য্যৰ মেলা পাতিছে। অসংখ্য ৰাস্তাবোৰে শতবাহু বিস্তাৰ কৰি আবেগতে নগৰ খনিক আকোৱালি ধৰিছে। বিভিন্ন ৰুচিৰ বিভিন্ন লোক সকলে নিজ নিজ লক্ষ্য স্থানলৈ ঢাপলি মেলিছে। কেৰানী মহৰি বোৰে নিজৰ কামৰ অন্তত বজাৰৰ বস্তু বেহানি লৈ বাঁহলৈ ফিৰিছে। ল'ৰা ছোৱালীবোৰে খেল সামৰি কিৰিলি পাৰি ঘৰবুলি লৰিছে। যুৱক-যুৱতীবোৰে ব্ৰহ্মপুত্ৰৰ সান্ধ্য সমীৰণত গা উটাই দি সপোনৰ সৰগ ৰচিছে। ৰাস্তা-ঘাট দোকান-পোহাৰ সকলোতে এটি ব্যস্ততা। চিনেমা হলবোৰত মধুৰ সুৰত বিবিধ ৰেকৰ্ড বাজি উঠে।

ঠিক এনেটি পৰতে হৰেন বৰুৱাই ব্ৰহ্মপুত্ৰৰ পাৰৰ ৰাস্তাটোৱেদি পুলিচ ইন্সপেক্টৰ বৰুৱা চাহাবৰ ঘৰ বুলি বেগাবেগীকৈ খোজ পেলায়।

ব্ৰহ্মপুত্ৰৰ পাৰতে পুলিচ ইন্সপেক্টৰ ৰুদ্ৰেশ্বৰ বৰুৱাৰ ঘৰ। অতি পৰিপাটি আৰু জাক্-জমক্‌কৈ সজোৱা ঘৰখন। সদৰ দৰজা পাৰহৈ ফুলনিখন। তাত জঁাতি, জুঁই, গোলাপ, হাচনা হানা আদি ফুলৰ গছ। ফুলনিৰ মাজেদি সেন্দুৰীয়া বাটটো পোনে পোনে গৈ বঙলা পাইছে—চাং বঙলা। বঙলাৰ চিৰিৰে উঠিগৈ পোনতে এখন বাৰান্দা। ইয়াতে টাবত ৰোৱা পাশ্চাত্য দেশৰ বিবিধ ফুল। মূল ঘৰটোৰ দুয়ো মূৰে থিয়ৈ থিয়ৈ সজা দুটা ঘৰ—ঠিক ইংৰাজীৰ এইচ্ আখৰটোৰ দৰে। ইয়াৰে এটি মূৰত বৰুৱা ডাঙৰীয়াৰ বৈঠকখানা। বৈঠকখানাৰ সংলগ্ন ভাৱে ড্ৰইং ৰুমটো। এইৰুমৰ উত্তৰফালৰ দুৱাৰখন ব্ৰহ্মপুত্ৰ নদীৰ ফালে আৰু এইৰুমটো ব্ৰহ্মপুত্ৰৰ সৌন্দৰ্য্য উপভোগ কৰাৰ এটা বিশেষ সামগ্ৰী। আনটো মূৰত ল'ৰাছোৱালীৰ

ৰিডিং ৰুম আৰু তাৰ সংলগ্ন ভাবে শোৱনি কোঠা। মাজৰ অংশ হলৰ নিচিনা। ইয়াত সুসজ্জিত বিছনা, আহল বহল গাদী যুক্ত আসন, চক্‌চকীয়া ধাতুৰ পাত্ৰত সজাই থোৱা ফুলৰ তোৰা, শ্ৰেণীবদ্ধ আলমাৰী আদি বিবিধ বস্তু। গোটেই ঘৰটোৱেই মূল্যবান কাৰ্পেটেৰে ঢকা। বিশেষকৈ বৰুৱাৰ ড্ৰইং ৰুমটোক এটা আধুনিক সামগ্ৰীৰ মিউজিয়ম বুলিব পাৰি।

ড্ৰইংৰুমৰ সম্মুখৰ বাৰান্দাত কোমল তুলি পাৰা বহল হাতাল যুক্ত চেয়াৰ দুখনত বৰুৱা আৰু বৰুৱানী বহি আছে। বাপুটিয়ে ট্ৰে এখনতকৈ চাহখাবৰ দি থৈ যায়। বৰুৱানীয়ে মিঠাইৰ প্লেট এখন বৰুৱালৈ আগবঢ়াই দি টিপটৰ চাহত চেনি মিহলাব ধৰে। চামুচৰ ঠন্-ঠনি শব্দটো তল-পেলাই স্বাভাৱিক গম্ভীৰ সুৰটোৰে বৰুৱাই কয়—"বুজিছা, আজি চাহৰ সমূলি ইচ্ছা নাই। ৰামলালৰ তাত এই মাথোঁ ান খাই আহিছোঁ।"

"বাৰু, অলপ খাওকচোন। আজি নতুন পিঠা তৈয়াৰ কৰিছোঁ নহয়"।

বৰুৱাই এবাৰ প্লেটখনৰ পিনে দৃষ্টি কৰে। তালৰ ৰস আৰু ক্ষীৰেৰে তৈয়াৰ কৰা পিঠা এটা কাটাৰে তুলি লয়। বেচ সুঘ্ৰাণ এটা গৈ বৰুৱাৰ নাকত লাগে। পিঠাত কামোৰ এটামাৰি বৰুৱাই সোধে—"হেৰা ৰিণা ক'লৈ গৈছে"।

বৰুৱানীয়ে হাতৰ চামুচেৰে টিপটৰ চাহ লাৰি লাৰি কয়—"তাইক মনটো মাৰি থকা দেখি অলপ ফুৰি চাকি আহিবলৈ পঠাইছোঁ। আজি হেনো ভাস্কৰ নাট্য মন্দিৰত কৃষ্টি সভা হব। ৰবিন বোপাও আহিছিল ৰিণাৰ খবৰ কৰিবলৈ। তেওঁৰ লগতে আটাই কেইজন ওলাই গ'ল।" কথাৰ লগে লগে বৰুৱানীয়ে কাপ এটাত চাহ ঢালি বৰুৱাৰ ফাললৈ আগবঢ়াই দিয়ে আৰু নিজৰ কাৰণেও একাপ ঢালি লয়।

বৰুৱাই চাহৰ কাপত মুখদি এঢোকা গিলি লৈ আৰম্ভ কৰে—"তুমি মোক দোষ নিদিবা কমলা। তোমাৰ কথামতেই তাৰ মুক্তিৰ ব্যৱস্থা কৰিবলৈ গৈছিলোঁ; কিন্তু কি শুনিবা চোৰৰ মুখতে আকৌ বৰ কথা।" ততপৰে বৰুৱানী এটা ভাল খবৰৰ আশা কৰি আছিল। বৰুৱাৰ পাতনি শুনি তেওঁ হতাশভাৱেৰে কয়—"তেন্তে কি আপুনি তাৰ ওপৰত খং কৰি আহিল"।

"মূৰ্খৰ লগত উপায় কি ?"

"হলেও ..।"

বৰুৱাৰ চকুদুটা এইবাৰ জ্বলি উঠে। তেওঁ উত্তেজিত হোৱাৰ দৰে কয়—"তুমিতো জানা কমলা, সি মোক বাৰ বাৰ অপমান কৰি আহিছে। আকৌ আজিও অনেকৰ আগত মোক অপমানিত কৰিলে; বিশেষকৈ মোৰ চাবৰ্ডিনেট সকলৰ আগত। মই হেনো দেশদ্ৰোহী, জাতিদ্ৰোহী।"

"হলেও সি আপোনাৰ জোৱাই"।

বৰুৱানীৰ কথাত বৰুৱাই অট্টহাস্য কৰি কৈ উঠে—"হাঃ হাঃ !! তোমাৰটো জোৱাইলৈ বৰ মৰম।" বৰুৱাৰ অট্টহাস্যত গোটেই ঘৰটো ৰজনজনাই যায়। বৰুৱানী অপ্ৰতিভ আৰু নিৰুৎসাহৈ পৰে। বৰুৱাই পুনৰাই কৈ যায়—"কুপুত্ৰ থকাতকৈ নিৰ্ব্বংশই ভাল। উঃ! তাৰ যদি কিবা ক্ষমতা থাকিল হেঁতেন; তেন্তে সি কিযে নকৰিলে হেঁতেন।"

"কিন্তু আপুনি এবাৰ ছোৱালী জনীৰ ফালেও চোৱা উচিত। উঃ! তাইৰ কথা ভাবি যে মোৰ বৰ বেয়া লাগিছে। পোন প্ৰথমৰ আলসুৱা ছোৱালী মোৰ।" কথাৰ লগে লগে বৰুৱানীৰ চকুৰ পানী ওলাব ধৰে। মুখটো তললৈ কৰি বিহাৰ আচলটোৰে মচে।

বৰুৱাই বৰুৱানীলৈ লক্ষ্য কৰে আৰু অপেক্ষাকৃত নৰম সুৰত কয়— —"তুমিতো জানা কমলা! মই ছোৱালীজনীৰ কথাকে ভাবি কত যত্ন কৰি তাক চহৰতে চাপ্ৰাইৰ চাকৰি যোগাৰ কৰি দিছিলোঁ; কিন্তু দিলে হব কি? এঙ্গাৰ ধুলেও বগা নহয়, কুকুৰে কি চৰ্ম্ম পাদুকাৰ লোভ এৰিব পাৰে? ৰিণাৰ পৰাতো সকলো জানিছা। সেই ভূতবোৰৰ মাজত তাই জানো থাকিব পাৰে?"

"তথাপি তাইৰ ভাগ্যত যেতিয়া……।"

"থৈ দিয়া তোমাৰ ভাগ্য। তোমাকো দেখিছোঁ পুৰণি সংস্কাৰটো এৰিব নোৱাৰিলা। হুঁ ভাগ্য! কাপুৰুষৰ সান্ত্বনাত বাহিৰে ই আৰু একো নহয়। চকুৰ আগতে দেখি আহিছা নিজ অধ্যৱসায়ৰ ফলতে এইখিনি পাইছোঁহি। তুমি নিশ্চিন্ত হোৱা। মোৰ আজি কিহৰ অভাৱ? ধৰিলোঁৱা, ৰিণাও মণ্টুৰ দৰে আমাৰ এজন ল'ৰা; আৰু ইয়াকো ভাবা, জোঁৱাই যদি মৰি গ'লহেতেঁন।" বৰুৱাৰ মুখৰ পৰা কথাষাৰ ওলোৱাৰ লগে লগে বৰুৱানীৰ গাটো এবাৰ কঁপি উঠে। তেওঁ বৰ ব্যাকুল ভাৱে কয় "নহয়, নহয়, আপুনি তাৰ ওপৰত আক্ৰোশ নকৰিব।"

"আক্ৰোশ নকৰিম? মই তাক এনেভাৱে শিকাম, হয় সি তাৰ পথ ত্যাগ কৰিব লাগিব, নহয় আজীৱন তিল তিল কৈ পচি মৰিব লাগিব। ময়ো ৰুদ্ৰেশ্বৰ বৰুৱা। সি কিমান পানীৰ মাছ চাই লম"। কথাৰ লগে লগে বৰুৱাৰ চকুৱে মুখে এটা তীব্ৰ প্ৰতি-হিংসাৰ ভাৱ জাগি উঠে। বৰুৱানীয়ে লক্ষ্য কৰে। তেওঁ স্থিৰ দৃষ্টিৰে ব্ৰহ্মপুত্ৰলৈ চায়। তেতিয়া সন্ধিয়াৰ সূৰ্য্য অস্তমিত হৈ পৰিছে। লাহে লাহে পৃথিবীলৈ জোনৰ পোহৰ নামি আহিছে। ব্ৰহ্মপুত্ৰৰ পৰা এচামোকা ফেৰফেৰীয়া বতাহ ভাহি আহে। বৰুৱানী কিন্তু শীতলতা

অনুভৱ নকৰে। ছোৱালীৰ ভবিষ্যৎ চিন্তাই তেওঁৰ মনটো ব্যাকুল কৰি তোলে। তেতিয়াও ব্ৰহ্মপুত্ৰৰ বুকত চাকনৈয়া দেখা গৈছিল। বৰুৱানীৰ অন্তৰতো ভাৱৰ চাকনৈয়া।

বৰুৱানীক চিন্তাযুক্ত দেখি বৰুৱাই সান্ত্বনা দি কয়—"মই তোমাৰ অন্তৰৰ কথা জানিব পাৰিছোঁ কমলা! তুমি ছোৱালীৰ সংসাৰৰ কথা ভাবিছা। তুমি জানো হিন্দুৰ 'বিবাহ বিচ্ছেদ' আইনৰ কথা শুনিবলৈ পোৱা নাই? এতিয়া আৰু আগৰ সমাজ নাই। স্বামী অধঃপতিত হলে তিৰোতাই নতুন স্বামী গ্ৰহণ কৰাত কোনেও বাধা দিব নোৱাৰে। অপদাৰ্থ এটাৰ লগত থকাতকৈ আৱশ্যক হলে নতুন বিয়াৰ ব্যৱস্থা কৰিব পৰা হব। অৱশ্যে মানুহে যাতে আমাক কোনো ৰকমৰ দোষ দিব নোৱাৰে তালৈ মন কৰিব লাগিব। মানুহে জানো তাৰ কুকাৰ্য্যবোৰৰ কথা নুশুনাকৈ থাকিব?"

বৰুৱানীয়ে আজি বৰুৱাৰ মুখত নতুন কথা শুনিব পালে। তেওঁৰ মনটোত যেন কাঁইটৰ আঁচোৰহে লাগে। যি সমাজ গাঁথনিৰ মাজত তেওঁ ডাঙৰ দীঘল হৈ আহিছে, আজি আইনসিদ্ধ হলেও বৰুৱাৰ কথা তেওঁৰ মনে মানিব নোৱাৰে। নিজৰ আত্মীয় স্বজন—মাহী, পেহী, বাই, ভনী, সকলোৰে কথা মনত পৰে। তেওঁ মনৰ মাজত বিচাৰি নাপায় তেওঁৰ বুনিয়াদী বংশটোত নাৰী চৰিত্ৰৰ এনেকুৱা অবাঞ্ছনীয় অধঃপতন। ইযে পাপ—মহাপাপ!

বৰুৱানীক মৌন দেখি তেওঁৰ হাত এখনত আলফুলকৈ ধৰি বৰুৱাই কয়—"বলা, নদীৰ পাৰৰ ফালে এপাক মাৰি আহোঁ।" এনেতে চাপৰাচীটো আহি মণ্টুহঁতৰ মাষ্টৰ আহিছে বুলি জনায়। বৰুৱাই মাষ্টৰক ভিতৰলৈ মাতি আনিবলৈ কয়।

হৰেন বৰুৱা ভিতৰলৈ সোমাই আহে। তেওঁৰ অলপ লাজো

লাগে—আজি তিনি দিন ল'ৰা পঢ়ুৱাবলৈ আহিব নোৱাৰি। নিজ চৰিকৰ লগত মাটি এডোখৰৰ কাৰণে গণ্ডগোল লগাত ঘৰলৈ যাবৰ বাধ্য হৈছিল। ইয়াতে মণ্ডল-কানন-গো মাতি মীমাংসা কৰোঁতে দুদিন অতিবাহিত হৈ যায়। তাৰ পাচত গুৱাহাটীলৈ আহি শুনিব পায়—পলাশবাৰীত দিয়া ভনীয়েক জনীৰ অসুখ বুলি। খবৰ কৰিবলৈ গৈ তাতো এদিন কটাব লগীয়া হয়। গতিকে এই তিনি দিন তেওঁ আহিব পৰা নাই।

হৰেন বৰুৱাক দেখি পুলিচ ইন্‌স্‌পেক্টৰ বৰুৱাই কৈ উঠে—"বহা, মাষ্টৰ বহা! আজি আকৌ মণ্টুহঁতো নাই।" হৰেন বৰুৱা বহে।

"মাষ্টৰ বোপাৰ অসুখ-বিসুখ হোৱা নাইতো। মণ্টুহঁতে তোমাৰ নাম লৈ আছে। কি জানি গাঁঠিকে খাইছিলা।" হাঁহি এটা মাৰি বৰ মৰমৰ সুৰেৰে বৰুৱানী কয় আৰু লগে লগে মাষ্টৰৰ চাহৰ কাৰণে বাপুটিক অৰ্ডাৰ দিয়ে। হৰেন বৰুৱাই বিশেষ কাম এটাত ঘৰলৈ যোৱাৰ কথা জনালে। ইন্সপেক্টৰ বৰুৱাই প্ৰজাপতি কাটৰ গোফ কেডাল পিহি পিহি কয়—"সেই অপগণ্ডটোৰ কথা শুনিছানে মাষ্টৰ!"

"কাৰ কথা কৈছে"।

"তোমাৰ বন্ধু শ্ৰীমান জোৱাই"।

"অ' আপুনি পবিত্ৰব্ৰতৰ কথা কৈছে। মইতো একো শুনা নাই।" চকুৰে মুখে বিস্ময়ৰ ভাৱ লৈ হৰেন বৰুৱাই কথা কেইটা কয়। বিদ্ৰূপ আৰু ঘৃণা মিশ্ৰিত হাঁহি এটা মাৰি ইন্সপেক্টৰ বৰুৱাই ভূমিকা দিয়ে—"মই আগৰে পৰা জানো তাৰ এই সকলো ভণ্ডামী। ছোৱালী জনীৰ কথা ভাবি বেয়া লাগে। তাইক জানো তেনে ভাবে

ৰাখিব পাৰোঁ। সেইবাবেই বুজিছা মাষ্টৰ, কালি মণ্টুক চাপৰাচী জনৰ লগত পঠিয়াই দি লৈ আহিছোঁ।”

ৰিণাক লৈ আহিছে ? ৰিণাক আনিব লগীয়া বিশেষ কাৰণটোৱে বা কি ? তেওঁতো পৰহি পবিত্ৰ হঁতৰ ঘৰৰ পৰা আহিছে। হৰেন বৰুৱা যেন ৰহস্যজালত মেৰ খাই পৰে। ইন্সপেক্টৰ বৰুৱালৈ খঙো উঠে, ঘৃণাও জন্মে। কি যে দুৰ্দ্ধৰ্ষ প্ৰকৃতিৰ লোক জন। নিজৰ কথা কেতিয়াও এৰি নিদিয়ে—ভিতৰৰ কথা পোৱাও টান। অভাৱনীয় দুশ্চিন্তা এটাই তেওঁৰ মনত খুন্দিয়াবলৈ ধৰে।

ইন্সপেক্টৰ বৰুৱাই বজ্ৰগম্ভীৰ স্বৰটোৰে কৈ যায়—“তুমি শ্ৰীমানৰ গাততো দোষ পৰিবই নিদিয়া। পিছে শ্ৰীমান ডকাইতি কেচত ধৰা পৰি সশিষ্যে আহি গুৱাহাটী পাইছে। মই আগতে জানো সেৱা-তেৱা ভান মাত্ৰ।” ইন্সপেক্টৰ বৰুৱাৰ কথা শুনি হৰেন বৰুৱা চমকি উঠে। অজ্ঞাত সাৰে তেওঁৰ মুখৰ পৰা ওলাই আহে—“অসম্ভৱ, অসম্ভৱ! পবিত্ৰ ব্ৰত কেতিয়াও তেনে নীচ হব নোৱাৰে। ইয়াৰ ভিতৰত নিশ্চয় কিবা ষড়যন্ত্ৰ আছে।” ইন্সপেক্টৰ বৰুৱাই গোনা ম'হটোৰ দৰে এবাৰ হৰেন বৰুৱালৈ চায়।

বৰ উদ্বিগ্ন ভাবে হৰেন বৰুৱা উঠে। বৰুৱানীয়ে বাধা দি কয়—“ৰবা, ৰবা মাষ্টৰ বোপা! কলৈ যোৱা। চাহটোপাতো খাই যোৱা! অ' বাপুটি,—বাপুটি! তোৰ এতিয়াও চাহটোপাই হোৱা নাই নে? হৰেন বৰুৱা কিন্তু নবহি পোনচাবেই ওলাই গুচি গ'ল। বৰুৱানীয়ে এটা হুমুনিয়াহ পেলায়। বৰুৱাই বৰুৱানীলৈ লক্ষ্য কৰি কৈ উঠে—“দেখিছো, এটিকেট্ টো। মই নকৈছিলোঁ—তোমাৰ মাষ্টৰো শ্ৰীমানৰ প্ৰধান শিষ্য।”

হৰেন বৰুৱাই সদৰ দৰজা পাৰ হৈ তেওঁৰ মেচৰ বাট নধৰি খোজ

ললে চৌধুৰী উকীলৰ ঘৰ বুলি। বাটত তেওঁৰ নানা কথাই মনলৈ আহে। অলপ দিন আগৰ ঘটনা এটা তেওঁৰ মনত পৰে। সিদিনা আছিল সোমবাৰ। হৰেন বৰুৱাই আন দিনৰ দৰে টিউশ্যনি কৰিবলৈ গৈ ৬ বজাতে পুলিচ ইন্সপেক্টৰৰ ঘৰত উপস্থিত হৈছিল। দেখিলে সন্মুখৰ বাৰান্দাত ইন্সপেক্টৰ আৰু নলবাৰী থানাৰ ইনচাৰ্জ শইকীয়াই ! কিবা কিবি কথা পাতি আছে। তেওঁৰ উপস্থিতিত কথা বন্ধ হ'ল যদিও তাৰে এ আষাৰ কথা তেওঁৰ কাণত পৰিছিল—"বুজিছা শইকীয়া মোৰ জোৱাই বুলি সন্দেহ কৰিব নালাগে। তুমি সুবিধা পালেই তাক লিষ্টত ধৰি দিবা।" পিচত হৰেন বৰুৱাই কথাষাৰ পবিত্ৰ ব্ৰতক জনাবলৈ সুবিধা বিচাৰিয়েই আছিল। পৰহি নিজে গৈ লগ নাপাই নবীন চৌধুৰীক সংক্ষেপে ইঙ্গিত এটা দি আহিছিল। হৰেন বৰুৱা কিছু দূৰ আগবাঢ়ি আহি হঠাৎ থমকি ৰৈ যায়। মনতে ভাবে চাৰ্জচিটটো নোচোৱাকৈ উকীলৰ লগত আলোচনাৰ সুবিধা হব জানো ? তথাপি আহিছে যেতিয়া চৌধুৰী উকীলৰ ঘৰ বুলি পুনঃ খোজ পেলালে। আনফালে দুখমনে বাঁহ থকা বৰুৱানীক হাতত ধৰি তুলিলৈ ইন্সপেক্টৰ বৰুৱাও ফুৰিবলৈ ওলাল।

---

এদিন, দুদিন, আজি তিন দিন। তথাপি পবিত্র উভতি অহা নাই। পবিত্র যোৱাৰে পৰা মাক যি পাটীত পৰিল আৰু পৰিলেই। ঘৰখন শ্ৰীহীন প্ৰাণহীন। অমলাই মাকৰ কাষত বহি দুখ পাতলাবৰ চেষ্টা কৰে। পেহীয়েকেও খবৰ পাই লৰি আহি বৌৱেকৰ লগতেই লাগি আছে। ওচৰ চুবুৰীয়া বোৰেও আহি সান্ত্বনা দিছে—"পবিত্র তো আজি সৰু ল'ৰা নহয়। তাতে সি দহজনক বুজাব পাৰে। তাৰ বাবে ইমান চিন্তায়ে বা কিয় ?" হেড্‌মাষ্টৰ নবীন চৌধুৰী আহি কত বুজাইছে যে পবিত্র নিৰ্দ্দোষ, তেওঁৰ কোনো মতে শাস্তি হব নোৱাৰে। কোনো ৰকমৰ অভিসন্ধি থাকিলেও আচল কথা ওলাই পৰিব ; কিন্তু কোনো কথাই পবিত্রৰ মাকৰ কাণত সোমাব নোখোজে।

পবিত্রক লৈ যোৱাৰ দিনাখন কথাবাৰ শুনা মাত্ৰকে নবীন চৌধুৰীগৈ থানাত উপস্থিত হয়। তাতগৈ তেওঁ দেখিলে অকল পবিত্রকে নিয়া নাই—সেৱাদলৰ আৰু ৮ জন। ইন্‌চাৰ্জৰ লগত কথাহে জানিব পাৰিলে তেওঁলোক বালি-কুৰীয়া গাৱঁত হোৱা ডকাইতি এটাৰ বাবে অভিযুক্ত। চৌধুৰীয়ে ইন্‌চাৰ্জ শইকীয়াক বুজাবলৈ চেষ্টা কৰে যে এই সেৱাদলটো সম্পূৰ্ণ নিৰ্দ্দোষী। শইকীয়াই কোনো কথাকে গ্ৰাহ্য নকৰিলে। শইকীয়াৰ সেই একেটা কথা আইন আছে, আদালত আছে, সেইবোৰ তেওঁলোকে ঠিক কৰিব। তেওঁ সেই দিনাই আচামী চালান দিব। কথা-বতৰাৰ ভাব গতি দেখি নবীন চৌধুৰীয়ে বুজিব পাৰিলে যে ইয়াৰ ভিতৰত কিবা এটা অভিসন্ধি সোমাই আছে। লগে লগে হৰেন বৰুৱাই কোৱা— "শহুৰেকে তাক জব্দ কৰাৰ তালত আছে" কথাষাৰ মনত পৰে।

চৌধুৰীয়ে আচাৰ্য্যৰ লগে লগে গুৱাহাটীলৈ যোৱাৰ মনস্থ কৰিছিল ; কিন্তু পবিত্ৰ ব্ৰতৰ কাৰণে নোৱাৰিলে। পবিত্ৰৰ কথা—স্কুলৰ ক্ষতি হব তদুপৰি তেওঁৰ মাকক সান্ত্বনা দিয়া মানুহ এজনো লাগে।

সেৱাদলৰ লোক কেইজনক পুলিচে লৈ যোৱাৰ পাচৰে পৰা গাওঁখনত এটা হৈ চৈ লাগি পৰে। কোনোৱে কৈছে—চৰকাৰৰ কি অন্যায় আচৰণ, কোনোৱে কৈছে—সেৱাদল পাতি শেষত এই ভবাহে কৰিলে ? কোনোৱে বা আকৌ কথা শুনি গৰ্জ্জি উঠিল— "হেৰৌ ! সেৱাদলৰ কি বেয়াটো দেখিলিহঁক। ইমান সোনকালে উপকাৰ পাহৰি গলি নে ? ইয়াকে বোলে খাইপাত ফলাৰ জাত।" পুলিচে ধৰি লৈ যোৱা সকলৰ বাপেক হঁতে চকুপানী টুকি টুকি অদৃষ্টকে দূষিলে। কোনোবাই আকৌ বিজ্ঞজনৰ দৰে কলে— "দেশৰ কাম কৰিবলৈ গলে অনেক সময়ত লটি-ঘটি হব লগীয়া হয়। আজি দেশৰ যিসকল ডাঙৰ নেতা তেওঁলোকৰ কোন জনক পুলিচে লঘু-লাঞ্ছনা কৰা নাছিল হে। উচিতত থকা লোকৰ শত্ৰু বেছি। তাতে পবিত্ৰৰ কাৰণে কিছুমান স্বাৰ্থপৰৰ স্বাৰ্থ সিদ্ধিত বাধা পৰিছে। এইটো শতুৰালিত বাহিৰে আন একো নহয়। পিচে ধৰ্ম্মৰ ঢোল বাজি উঠিবই উঠিব। শাস্ত্ৰতে কৈছে নহয়—

ধৰ্ম্মত থাকন্ত হৰি নচাৰয় সঙ্গ
এতেকতে পাণ্ডৱৰ ৰণে নাহি ভঙ্গ।

চিন্তাৰ কোনো কাৰণ নেদেখোঁ। পবিত্ৰ বাপা সদায় খালাচহৈ আহেহে।"

কথাবোৰ পবিত্ৰৰ মাকৰ কাণত নপৰাকৈ থকা নাছিল। পুতেক ডকাইতি কেচত পৰা বুলি চাৰিওফালে হৈ চৈ। তাতে দুই এজনৰ পেংলাই। গাওঁবুঢ়াৰ পুতেকক চোৰা-কাৰবাৰত বাধা দিয়া

কথাকে লৈ সিয়ো আজি সুবিধা পাই লম্ফ জম্ফ কৰি নানা কথা কৈ ফুৰিছে। হা ভগবান! তেওঁ আজি মানুহৰ আগত নাক উলিয়াই কেনেকৈ? একেটি ল'ৰা—আগ চালে পাচ চাবলৈ নাই, সিয়ো আজি পুলিচৰ হাতত। ঘৰ-সংসাৰ, বেটা-বোৱাৰী, ঘৰত অৰক্ষণীয় ছোৱালী,—নানা কথাৰ ঢৌৱেই মনৰ ওপৰেদি বাগৰি যায় আৰু তাৰ প্ৰত্যেকটো ঢৌৱেই অন্তৰত ঠেকেচা খায়—যেন উমানন্দ পাহাৰত ঠেকেচা খোৱা ব্ৰহ্মপুত্ৰৰ ঢৌবোৰ। নিজক সামৰিব নোৱাৰি ঢৌৰ কোবত উটি যায়—দূৰলৈ, বহুদূৰলৈ। তেওঁৰ আগত যেন এটি ঢৌৰ সাগৰ, তাৰ অন্ত নাই, পাৰ নাই—মহা সমুদ্ৰ। ভগবানৰ উদ্দেশ্যে আকুতি জনায় কয়—"প্ৰভু! ইয়ালৈকে জীয়াই ৰাখিছিলা?"

গাৱঁৰ সিমূৰৰ বহাগীৰ মাক আৰু আঘোনী বুঢ়ী সোমাই আহি সোধে—'বোপাৰ মাক কেনে আছে"? অমলাই বহিবলৈ দুখন পীৰা দি তামোলৰ বঁটাটো আগবঢ়াই দিয়ে। পবিত্ৰৰ মাক বিছনাৰ ওপৰতে উঠি বহে।

আঘোনী বুঢ়ীয়ে সোলা দাঁত দুপাৰিৰ মাৰি উলিয়াই জিভা খন টানি লৈ কয়—"নালাগে আই উঠিব নালাগে। অসুখ বুলি শুনিব পাই খবৰটিকে লওঁ বুলি আহিলোঁ। বোপাৰ পেহীয়েকো দেখোন? তইনো আই কেতিয়া আহিলি?"

"নকবা বাই! মই আহিবৰ আজি তিনি দিন হ'ল।" পবিত্ৰৰ পেহীয়েকে কয়।

"ভাল হৈছে আই ভাল হৈছে। পিচে, বৌয়েৰাৰ অৱস্থাই দেখোঁ ছাড়ে ছালে লগা হ'ল। দেহি ঐ! এনে পকা ডালিমটোৰ দৰে মানুহজনী!"—বুঢ়ীয়ে বৰ পুতৌৰ সুৰত কথা কেইটা কৈ

খুন্দোনাটোত খন চেৰেক তামোল আৰু পাণ ভৰাই খপচ্-খপচ্ কৈ খুন্দিব ধৰে।

"নকৰা দেউহে, ময়ো আজিহে মামীৰ অসুখ বুলি শুনিব পালোঁ। চকু নমুদালৈকে লেঠা মৰে ক'ত ? ইটো ছলিৰ হেন্-হেন্ সিটো ছলিৰ পেন্-পেন্, ছলিৰ বাপেকৰ বাৰটা হুকুম—এশ কুৰি-গণ্ডা লেঠা। পিচে, ডাক্তৰ-চাক্তৰ কিবা আনিছে নে নাই ?" বহাগীৰ মাকে কথা কেইষাৰ কৈ পবিত্ৰৰ মাকলৈ চায়।

পবিত্ৰৰ মাকে গলটো খেকাৰি মাতটো অলপ টানি লৈ কয়—"নবীন বোপাই গৈ ডাক্তৰ মাতি আনিছিল।"

"কোন নবীন বোপা ?" মূৰটো তুলি বুঢ়ীয়ে সোধে।

পবিত্ৰৰ মাকে কবলৈ খোঁজোতেই তেওঁৰ মুখৰ পৰা কথা কাঢ়ি পবিত্ৰৰ পেহীয়েকে কয়—"মাইনৰ স্কুলৰ হেডমাষ্টৰ নবীন চৌধুৰী।" লগতে ডাক্তৰে চাইচিতি চিন্তাৰ পৰা যে অসুখ হোৱা বুলি কৈছে তাকো জনালে। বুঢ়ীয়ে পবিত্ৰৰ মাকক চিন্তা কৰিবলৈ মানা কৰে। আৰু পবিত্ৰৰ পেহীয়েকক লক্ষ্য কৰি সোধে—"হা-এ পেহীয়েক ! বাপাৰ বোৱাৰীক যে নেদেখোঁ।"

"এহ কিনো কবা বাই ! পবিক পুলিচে লৈ যোৱাৰ পাচতে ভায়েক মণ্টুনে চণ্টু আহি লৈ গৈছে। ডাঙৰ মানুহৰ ছোৱালী নহয়।" পবিত্ৰৰ পেহীয়েকে কথা শেষ কৰিবহে পালে, এনেতে বহাগীৰ মাকে কৈ উঠিল—"কি বোলে পঢ়ি হলো পণ্ডিত নপঢ়ি হলোঁ। ওজা, মুচোৱাকৈ তুলি দিলোঁ পোহাৰীৰ বোজা। ছোৱালী হৈছে কিবা মেক্ৰী নে ফেক্ৰী পাছ।" পিচপিনে থিয়হৈ থকা অমলাজনীয়ে হিঁ হিঁ কৈ হাঁহি কৈ উঠে—"মেক্ৰী নহয় ঔ বাই, মেট্ৰিক।"

"দে, দে, আমাৰ থাৰ খোৱা মুখত সেইবোৰ কথা আহিলেহে।" বহাগীৰ মাকে যিদিনা চাহ এটোপাৰ কাৰণে আহি চাহ পাব দূৰত ৰিণাৰ মাত এষাৰকে নাপালে সিদিনাৰ পৰাই তাইৰ ৰিণাৰ ওপৰত বিষম খং। আজি যেন প্ৰতিশোধ লোৱাৰ এটি সোণালী স্থযোগ পাই তাই বৰ উৎসাহেৰে কৈ যায়—"মই কেতিয়াবাই চিনিছোঁ। আই ঐ যিহে ভেম ; যেন লাট চাহাবৰহে ছোৱালী। মুখৰ মাততে দহ টকা। মাতৰ দুখীয়া কোন আছে? আমি যেনিবা সক মানুহেই হলো, পিচে শাহুয়েক জনীক এনে অৱস্থাত এৰি গ'ল কোন আক্কেলে? দিন কাল উলটিল—কালৰো কাল বিষম কাল হৰিণাই চেলেকৈ বাঘৰ গাল।" কথাৰ লগে লগে বহাগীৰ মাকে ভেঙ্গুচালি কৰি উঠে।

"এহ আই, ঘৰ খননো কাৰ? বাপাৰ মাকনো আৰু কিমান দিন থাকিব! কথাতে আছে নহয়, বোলে ঘৰে ঘৰে বুলি ঘৰকে সাজিলোঁ বহুদিন খাম পাম বুলি, দেহা গৈলা চলি ঘৰ ৰৈলা পৰি যেন কচুপাতৰ পানী।" বাপাৰ মাক তই চিন্তা কৰি দেহাটোক কষ্ট নিদিবি। পিচে, বাপাৰ কিবা ভাল খবৰ আহিল নে?" আঘোনী বুঢ়ীয়ে সোধে। এনেতে বাহিৰত হেডমাষ্টৰ নবীন চৌধুৰীয়ে মাতে—"অমলা! অমলা!"

"খুড়ী! কোনোবা আহিছে। বল এতিয়া যাওঁ। তাতে পানীৰ কলহটো ঘাটতে থৈ আহিছোঁ—যিহে গৃহস্থ!" আঘোনী বুঢ়ীলৈ চাই কথাষাৰ কৈ বহাগীৰ মাক উঠে। লগে লগে আঘোনী বুঢ়ীও পীৰাৰ ওচৰতে পাৰিথোৱা লাখুটীডাল তুলিলৈ থিয় হয়। দুয়ো বিদায় ললে। পবিত্ৰৰ পেহীয়েকো গা ধুবলৈ বুলি ওলাই গ'ল।

নবীন চৌধুৰী ভিতৰলৈ সোমাই আহি পবিত্ৰৰ মাকৰ খবৰ ললে। পবিত্ৰৰ মাকে ব্যগ্ৰভাৱে চৌধুৰীক সোধে—"হেড্ মাষ্টৰ বোপা! পবিত্ৰৰ কিবা সংবাদ পালানে? ক'তা পবিত্ৰতো উভতি নাহিল।" কথাৰ লগে লগে তেওঁ এটা হুমুনিয়াহ পেলায়।

নবীন চৌধুৰীয়ে সান্ত্বনা দি কয়—"আপুনি চিন্তা নকৰিব, শৰ্ম্মা আহি পায়হে। আৰু যদি আজি আহি নাপায় তেন্তে কালিলৈ পুৱাতে মই নিজেই গুৱাহাটীলৈ যাম।"

"বাৰু, গুৱাহাটীৰ গাড়ী কেই বজাত আহে।"

"ৰাতি পুৱা ৮ বজাত"।

"তেন্তে গাড়ী আহি গৈছেই। বাৰু মাষ্টৰ বোপা! সপোন সঁচা হয় নে? মানুহে কয় পুৱঁতি নিশাৰ সপোন হেনো ফলে। মই আজি সপোনতে পবিত্ৰ অহা দেখিলোঁ।" কথাষাৰ কৈ পবিত্ৰৰ মাক অলপ ৰয় আৰু এটা হুমুনিয়াহ পেলাই পুনঃ কয়—"কিন্তু —নিজৰ দেখিলে হেনো পৰৰ হয়।" এনেতে অমলাই চাহ একাপ আনি চৌধুৰীৰ আগত থয়।

"আহিলেই চাহ দিব লাগে নেকি? তোমাৰ উৎপাত সহ্য কৰা টান হৈ পৰিছে"। নবীন চৌধুৰীয়ে কয়। অমলাই একো নামাতি সাঁউত কৰি বাহিৰলৈ ওলাই যায়। বেছি সময়ৰ কথা নহয়, অমলা টোপা কাঁড়টোৰ দৰে সোমাই আহি কৈ উঠে চাৰ! চাৰ! দাদা আহিছে। অমলাৰ কথা শুনি মাক উৎফুল্ল হৈ উঠে। পুলক স্পন্দনৰ তীব্ৰ অনুভূতি এটিয়ে তেওঁক নতুন শক্তি আনি দিয়ে আৰু সেই শক্তিৰ বলতেই চৌধুৰীয়ে তৰ্কিব নোৱাৰাকৈ তেওঁ বিছনাৰ পৰা উঠি দুৱাৰ দলি পায়। চৌধুৰীয়ে চাহৰ কাপটো থেকেচা মাৰি থৈ চকুৰ পচাৰতে পবিত্ৰৰ মাকক ধৰি আনি বিছনাত তুলি অমলাক

পানী আনিবলৈ ইঙ্গিত কৰে। অমলাৰ চকু চলচলীয়া হৈ পৰে। চৌধুৰীয়ে নিৰ্ভয় দি বেগতে পানি আনিবলৈ পাঁচে আৰু মূৰত বতাহ দিবলৈ ধৰে।

পবিত্ৰ সোমাই আহি যিটো দৃশ্য দেখিবলৈ পালে তাতে তেওঁৰ অসীম ধৈৰ্য্যৰ বান্ধ যেন খহি পৰিল। তেওঁ থিয়হৈ বৈ গ'ল নিৰ্ব্বাক নিস্পন্দ ভাবে। চৌধুৰীয়ে পবিত্ৰৰ মাকৰ মূৰত পানী দি দি পবিত্ৰলৈ লক্ষ্য কৰি কয়—"কোনো ভয়ৰ কাৰণ নাই। দুৰ্ব্বল শৰীৰত হঠাৎ আপোনাৰ আগমনৰ আনন্দই প্ৰতিক্ৰিয়া কৰিছে। অৱশ্যে যথা সময়ত নপোৱাহেঁতেন হাৰ্টফেল'ৰ ভয় আছিল।" পবিত্ৰ গৈ মাকৰ কাষত বহে, আৰু চকুৱে মুখে পানী ছটিয়াই দি মূৰত বতাহ দিয়ে। পবিত্ৰৰ মাকে সংজ্ঞা লাভ কৰি ওচৰতে পুতেকক দেখি নিশ্চিন্ত মনে আকৌ চকু মুদিলে। পবিত্ৰই কিন্তু মাকৰ অভাৱনীয় পৰিবৰ্ত্তন এটা দেখি মৰ্ম্মাহত হ'ল। অমলাই লৰালৰিকৈ দাদায়েকৰ কাৰণে চাহ তৈয়াৰ কৰি আনে আৰু লগতে চৌধুৰীকো একাপ দি কয় "চাৰ! আপোনাৰ আগৰ চাহ তেনেই নষ্ট হৈ গ'ল। এয়া আপুনিও অলপ খাওঁক।"

পবিত্ৰব্ৰত আৰু চৌধুৰীৰ যেন আজি বহুদিনৰ মূৰত দেখা দেখি হ'ল কিন্তু উপস্থিত ঘটনাই তেওঁলোকৰ আনন্দত বাধা জন্মালে। চৌধুৰীৰ বিশ্বাস আছিল পবিত্ৰব্ৰত বিনা বিচাৰে খালাচ হব। সেইদৰে ভবাৰ এটা কাৰণো আছিল। চৌধুৰী যিদিনা পবিত্ৰ ব্ৰতৰ কথামতে থানাৰ পৰা ঘৰলৈ উভতিছিল সেইদিনাই সেৱাদলৰ কৰ্ম্মী এজনক বৈদ্যৰ গড়লৈ পঠাই কৰ্ম্মানন্দ স্বামীক খবৰটো দিছিল। স্বামীজীয়ে পবিত্ৰব্ৰতক ভালদৰে জানে আৰু তেওঁৰ সেৱা-ব্ৰতৰ কাৰণে অত্যন্ত ভালো পায়। গতিকে স্বামীজীয়ে যে সেই বিষয় উপযুক্ত ব্যৱস্থা কৰিব তাকে ভাবি তেওঁ নিশ্চিন্ত

হৈছিল ; কিন্তু পবিত্ৰৰ পৰা যেতিয়া জানিব পাৰিলে—স্বামীজী আৰু হৰেন বৰুৱাই তেওঁলোকক জামিনতহে খালাচ কৰি আনিছে, বিচাৰ ক্ৰমে হে কেচ নিষ্পত্তি হব, তেতিয়া তেওঁৰ মুঠেই ভাল নালাগিল।

ৰান্ধনি-ঘৰৰ পৰা পেহীয়েকে মাত লগাই কলে—"পবি। তই সোনকালে গাটো তিয়াই ল। অমলাই গা ধোৱাৰ যোগাৰ কৰি ৰাখিছে। মাষ্টৰ বোপাৰো স্কুলৰ সময় পাৰ হয়। ময়ে বৌটিৰ ওচৰত থাকো।"

চৌধুৰী উঠিল। পবিত্ৰ কিন্তু মাকৰ কাষতে বহি ৰল।

---

(৮)

"অতীতক যোৱাহে পাহৰি, অতীতক নাযাবা পাহৰি।"

—তুৰৰা—

ৰিণাই বাগুিংকৈ ৰখা পুৰণি আৱাহনৰ ভলুম এটা উলিয়াই তুৰৰা কৱিতাৰ সমালোচনা এটা পঢ়ি শেষ কৰে। নিৰাশবাদী কৱিৰ অতীতক পাহৰি যাবলৈ কোৱা আৰু অতীতক পাহৰি যাবলৈ মানা কৰা দুটা বিৰোধী ভাৱৰ আচৰিত সামঞ্জস্যৰ কথা ভাবি অভিভূত হৈ পৰে। নিজৰ বেদনাদায়ক কৃচ্ছ্ৰ অতীতলৈ এবাৰ উভতি চায়। আৰু ভবিষ্যৎটো ? মনটোৱে পানীৰ তলত থকা বস্তু বিচৰাৰ দৰে কিবা এটা যেন খেপিয়াব ধৰে। ভলুমটো জপাই থৈ আৰামী চেয়াৰখনত দীঘল দি পৰি নানা কথা ভাবে।

ৰিণাৰ শৰীৰত এটা উকা সৌন্দৰ্য্য। চাখা বিহা-মেখেলা, সিন্দুৰ বিহীন কপাল আৰু অসংযত ভাবে ৰখা রুক্ষ কেকোঁৰা

চুলিৰে সৈতে বিণাক অপৰূপ দেখা গৈছিল। ক্ষন্তেক পাচতে আৰামী চেয়াৰৰ পৰা গাটো তুলি লাহে লাগে চেলফৰ ওচৰ পায় আৰু ৰবীন্দ্ৰ ঠাকুৰৰ গীতাঞ্জলিখন আনি আবৃত্তি কৰি পঢ়িবলৈ ধৰে—

আষাঢ় সন্ধ্যা ঘনিয়ে এল

গেলৰে দিন বয়ে।

বাঁধনহাৰা বৃষ্টি ধাৰা

ঝৰছে ৰয়ে ৰয়ে।

একলা বসে ঘৰেৰ কোণে

কী ভাবি যে আপন মনে,

সজল হাওয়া যূথীৰ বনে······

কী কথা যায় কয়ে।

বাঁধনহাৰা বৃষ্টি ধাৰা······

এনেতে ৰবীন কটকী সোমাই আহিল। তেওঁৰ বগলত এটা কেমেৰা। কটকী ত্বুৱাৰ দলিত থিয়হৈ কৈ উঠিল—"বাঃ কেনে ধুনীয়া দেখা গৈছে! ৰবা, ৰবা, ঠিক তেনেভাৱে থাকিবা। মোৰ কেমেৰাৰ সদ্ব্যৱহাৰটো কৰি লওঁ। অ, আৰু এটা বস্তু লাগে। মিনি, মিনি!—অ মিনি! ইফালে আহচোঁন—কুইক—কুইক। ৰবিনে হৈ-চৈ লগাই মাতে। বিণা অলপ অপ্ৰতিভ হৈ পৰে। ৰবিনৰ মাতত মিনি ভিতৰৰ ফালৰ পৰা দৌৰি আহে।

"যা চো যা, এচৰাজটো আনি তোৰ বায়েৰৰ হাতত তুলি দে।" মিনিক কথাষাৰকৈ ৰবিনে এটি মধুৰ ভঙ্গিত আবৃত্তি কৰে—"বীণা ৰঞ্জিত পুস্তক হস্তে ভগৱতি ভাৰতি দেবি নমস্তে।" ৰবিনৰ অঙ্গি-ভঙ্গি দেখি বিণাৰ হাঁহি উঠিব খোজে। ওঁঠৰ কোণত মিচিকিয়া হাঁহি এটি লৈ দীঘল চকু ছুটা অলপ বেঁকাকৰি কয়—"ইঃ আপুনি বৰ ছুষ্ট।"

"বাৰু মিনিয়ে কওঁক, তুষাৰ ধবল দেহত শুক্ল বস্ত্ৰেৰে সৈতে সাক্ষাৎ সৰস্বতী জনী যেন দেখি নে নেদেখি।"

"আৰু আপোনাক বগলত কেমেৰাটোৰে সৈতে সাইলাখ পিয়াদাটো যেন দেখি।" মিনিয়ে কথাষাৰকৈ হাঁহি উঠে। লগেলগে ৰিণায়ো হাঁহি পেলায়।

"বাঃ, তইতো কম জনী নহয়! যা, বাপুটিক কগৈ যে শ্ৰীল শ্ৰীযুক্ত ৰবিন চন্দ্ৰ পিয়াদা আহিছে। বুজিছা—বি কুইক।" ৰিণাই ৰবিনৰ ইঙ্গিতটো বুজিব পাৰি "পিয়াদা বাবুৰ অভ্যৰ্থনাৰ ব্যৱস্থা ময়ে কৰেগৈ" বুলি থিয় হ'ল।

ৰবিনে বাধা দি কয়—"নালাগে, নালাগে তুমি। বাপুটিৰ অভ্যৰ্থনাই যথেষ্ট হব। যা মিনি! ভাল কঢ়াকৈ একাপ চাহ কৰি আনিবলৈ কগৈ আৰু যদি পঢ়া পাৰিব খুজিছ তেন্তে সৰস্বতী দেবীলৈও পাদ্য অৰ্ঘ্য-আচমন—বুজিছ?" ৰিণাই কিন্তু তাইৰ বাবে চাহ নালাগে বুলি কৈ পঠালে।

কেমেৰাটো টেবিলৰ ওপৰত ৰাখি ৰবিন বহি পৰে। ৰিণাই বৰ মোলায়েম ভাবে সোধে—"বাৰু, ৰবিনদা! ৰবিঠাকুৰৰ কৱিতাবোৰ বৰ টান নহয় জানো? মই হলে বুজিবলৈ বৰ টান পাওঁ। প্ৰত্যেকটো কৱিতাতে কিবা এটি পোৱা নপোৱাৰ সংঘৰ্ষ।"

"তুমিতো বেচ দাৰ্শনিক হৈ আহিব ধৰিছা। অ চ'ৰি, মিস্তেক,—গ্ৰেট্ মিস্তেক,—দাৰ্শনিকা।"

"যাওঁক, আপুনি আকৌ ঠাট্টাহে কৰে।"

"আচল কথা কলেও যদি ঠাট্টা কৰা হয় তেন্তে নকওঁ। এই মুখ বন্ধ কৰিলোঁ—ওৱান, টু, থ্ৰী। ৰবিনে এটা মনোৰম ভঙ্গিৰে কথা কেইটা কৈ মৌন হয়।

"বাৰু এতিয়া মিলিটাৰী মেজাজটো এৰি এবাৰ সৰস্বতী দেৱীলৈও চকু মেলি চাওঁক।"

"যিবা আদেশ দেবি!"

"যাওঁক আপোনাক কথা কব নোৱাৰি।" কৃত্ৰিম খঙৰ অভিনয় কৰি ৰিণাই কয়।

"আহ! এতিয়াহে মৰিলোঁ। ৰজাৰ ঘোঁৰাত উঠিলেও দায়ী নুঠিলেও দায়ী। বাৰু, দাৰ্শনিকা শব্দও তুলি ললোঁ, দেবী শব্দও তুলি ললোঁ। পিচে কিবোলে ঠাকুৰৰ কৱিতাৰ কথা কৈছিলা নহয় নে? আচল কথা কবলৈ হলে মই কৱিতা তৱিতাৰ বিশেষ ধাৰ নাধাৰো। মনৰ লগত টনা আঁজোৰা কৰি ভাৱ ৰাজ্যত উটিভাহি ফুৰিবলৈ মোৰ সময়ো নাই ধৈৰ্য্যও নাই। গল্প উপন্যাস হলে ভাল লাগে। এই বোৰত কাহিনীৰ মাজেৰে বাস্তৱ ৰূপ এটা সহজে উপলব্ধি কৰিব পাৰি। বিশেষকৈ মোপাঁচা, টলষ্টয়, কুপ্ৰিম, তাৰাশঙ্কৰ, অচিন্ত্যকুমাৰ আদিৰ উপন্যাস বোৰ পঢ়ি বেছি ভাল লাগে। বুজিছা ৰিণা! নীতিবাদৰ নিৰ্ম্মম আঘাতে যেতিয়া বাস্তৱক মৰিমূৰ কৰি দিয়ে তেতিয়া প্ৰকৃত কলাৰ মৃত্যু হয়। মই ভাল পাওঁ বাস্তৱক। ভাৱ-প্ৰৱণতা মুঠেই ভাল নালাগে।"

"মোৰ হলে কৱিতাবোৰ বৰ ভাল লাগে। অৱশ্যে সকলো কৱিতাকে বুজি নাপাওঁ। তথাপি তাত যেন কিবা এটা মধুৰতা আছে। চিত্ৰকৰে ৰেখা একোটাৰ মাজেদি কল্পনাক জীৱন্ত কৰি তোলাৰদৰে কৱিয়েও কৱিতাৰ মাজেদি প্ৰাণৰ অনুভূতিবোৰ সজীৱ কৰি তোলে।"

"তোমাক দেখিছোঁ এতিয়া কাৱহৈ হে এৰিবা।" এনেতে বাপুটিয়ে চাহলৈ আহে। বাপুটিক লক্ষ্য কৰি ৰবিনে হাঁহি এটা মাৰি কৈ উঠে—"থেঙ্ক ইউ ভেৰি মাচ্।"

এঢোকা চাহ খাই কাপটো লাহেকৈ প্লেটৰ ওপৰত থৈ পকেটৰ পৰা ফটো এখন উলিয়াই বিণালৈ আগ বঢ়ায়। বিণাই ৰবিনৰ হাতৰ পৰা ফটোখন নি মনোযোগেৰে চায়। ৰবিন আকৌ চাহ খোৱাত লাগিল। কাপৰ চাহ নিঃশেষ কৰি পকেটৰ পৰা ভাঁজ দিয়া ৰুমালখন উলিয়াই আলফুলকৈ মুখখন মোচে আৰু এবাৰ বিণাৰ ফালে কেৰাহিকৈ চাই পঠিয়ায়। বিণাৰ চকুৱে মুখে এটা কৌতুহলৰ ভাৱ।

"চিনিব পাৰিছা" ? ৰবিনে সোধে।

"এই জনীতো অনিতা—নিবাৰণ শৰ্ম্মাৰ ছোৱালী। আমাৰ লগতে পঢ়িছিল। বেচেৰী বৰ গৰীব আছিল।"

"অনিতা বিধবা হোৱা আৰু ৰাপেক ঢুকোৱা বোধ কৰোঁ জানা ?"

"জানো। তাইৰ কাৰণে আমি বৰ দুখ কৰিছিলোঁ।"

"যোৱা কালি অনিতাৰ বিয়া হৈ গ'ল।"

"অনিতাৰ আকৌ বিয়া! বিণা যেন উচপ খাই উঠে। ৰবিনে সকলো কথা ভাঙি কয়। নিবাৰণ শৰ্ম্মা মাউৰীয়া অনিতা আৰু দুজন সৰু ল'ৰা এৰি যক্ষ্মা ৰোগত ঢুকায়। সৰুভায়েক দুজনক লৈ বেচেৰী মহাবিপদত পৰে। বহুত খাটি খুটি আজি দুমাহ আগত ডি. চি. অফিচৰ এটি কেৰানীৰ কামত সোমায় অস্থায়িভাৱে। এই অনিতাৰে সেই অফিচৰ কেৰাণী পবন দাসৰ লগত বিয়া হৈ গ'ল। এই বিয়াত আমাৰ মন্ত্ৰী এগৰাকীও উপস্থিত হৈছিল।

অনিতাৰ পুনৰ বিবাহত বিণা যেন উৎফুল্ল হৈ উঠিল। জীৱন, মৰণ, বিবাহ বিধিৰ নিৰ্ব্বন্ধ। আগৰ মানুহবোৰ হেনো ছকুৰি বছৰ জীয়াই আছিল। আৰু আজি ? চেঞ্চাচ ৰিপোৰ্টে ক্ৰমে ভাৰতৰ জন সংখ্যা বৃদ্ধি হোৱাৰ কথা কব লাগিছে। বিশেষজ্ঞসকলে কৈছে জন্ম নিয়ন্ত্ৰণ কৰিব লাগে। নীতি শাস্ত্ৰৰ দেওনা চেৰাই পুনৰ্ব্বিবাহ,

বিধবা বিবাহ হবলৈ ধৰিলে। তেন্তে এই নীতি বচনৰে বা সাৰ্থকতা ক'ত? পৰিবৰ্ত্তনশীল জগতখনৰ বিধাতাটোও কি পৰিবৰ্ত্তন হৈ পৰিল?—নে ইয়াৰ কোনো মানসতাত্ত্বিক কাৰণ আছে? নহয়, নহয়, শাস্ত্ৰ সদাচাৰ সকলো মানসিক বিকাৰ। আজিৰ সত্য হয়তো কালিলৈ হব গৈ অসত্য। অজ্ঞাত সত্বা এটাৰ দোহাই দি এক শ্ৰেণীৰ মানুহে সদায় প্ৰভুত্ব কৰি আহিছে। ক্ষমতাত অধিস্থিত এই শ্ৰেণীৰ মানুহেই নাৰীক নিৰ্ম্মম ভাবে পদাঘাত কৰি খেলৰ পুতলাৰ দৰে ব্যৱহাৰ কৰিছে। নিজক স্বামী, গুৰু, প্ৰাণেশ্বৰ ৰূপে শ্ৰেষ্ঠ আসনত প্ৰতিষ্ঠা কৰি নাৰীক আখ্যা দিছে পদসেবিকা দাসী, পত্নী, সহ-ধৰ্ম্মিনী ইত্যাদি। এই সকলেই আকৌ সীতাৰ নিচিনা কৰুণ, সাবিত্ৰীৰ নিচিনা কঠোৰ আৰু অহল্যাৰ নিচিনা নিৰ্ম্মম জীৱন কাহিনী ডাঙি ধৰি নিজৰ প্ৰভুত্ব ষোলকলাই বজাই ৰাখিবলৈ বিচাৰিছে। অধঃপতিত পুৰুষক তিৰোতাই কৰিব লাগে চকুলোৰে ধুৱাই পবিত্ৰ আৰু তিৰোতা স্বেচ্ছাই পতিতা নহলেও ( হয়তো তাইৰ অৱস্থাই বাধ্য কৰে ) পুৰুষে বিতাৰিত কৰি খেদি দিয়ে সমাজৰ বাহিৰলৈ। কিযে স্বাৰ্থপৰতা!

ৰিণাক মৌন দেখি ৰবিনে সোধে—"ফুলৰ মালাৰে সৈতে দুয়োকো বৰ ভাল দেখা গৈছে নহয়? এয়েতো ৰিয়েল মেৰেজ অৰ্থাৎ বিয়াৰ নিচিনা বিয়া।"

"বাৰু, আপোনাক এইটো বেমাৰে ধৰিলে কেতিয়াৰ পৰা।"

"কি বেমাৰ দেখিলা? ময়তো বেচ সুস্থই আছোঁ।"

"কেমেৰা লৈ ঘূৰি ফুৰাটো জানো বেমাৰ নহয়? নে আপোনাৰ এম, এ কোৰ্চত ইউনিভাৰ্চিটিয়ে এই যন্ত্ৰটোকো স্থান দিছে"।

"ইকনোমিকৰ ভিতৰত ইয়াৰ স্থান নাথাকিলেও ব্যৱহাৰৰ মূল্যাঙ্কন নহোৱা নহয়।"

"তেন্তে ই এটা উপসৰ্গ" ?

"এৰা, পিছে ইচ্ছা কৰিলে এটা মুষ্টি যোগৰ ব্যৱস্থা কৰিব পাৰা" কথাষাৰকৈ ৰবিনে ৰিণালৈ কেৰাহিকৈ চাই এটা হাঁহি মাৰে। হঠাৎ চকুৱে চকুৱে পৰাত ৰিণাই তলমূৰ কৰে। গলটো খেকাৰি ৰবিনে আকৌ কয়—"পিচে মুষ্টিযোগৰ ব্যৱস্থা হবনে নহয় ?"

"কওঁক"।

"অহাকালিলৈ উমানন্দলৈ যোৱাৰ প্ৰ'গ্ৰেম—মই, তুমি, মিনি আৰু মণ্টু। সম্মত তো ?

"মোৰ কোনো আপত্তি নাই। টাইম-টেবুল ?"

"জাষ্ট টেন। বুজিলা ? এতিয়া বিদায়।" ৰবিন ওলাই গ'ল। ৰিণাই কিছুপৰ ৰবিন যোৱাৰ ফালে চাই থাকিল। মনতে ভাবে কেনে ৰসিক মানুহজন। ৰিণা বহাৰ পৰা উঠিল। উঠিয়েই দেখিলে অনিতা আৰু পবন দাসৰ ফটোখন টেবুলৰ ওপৰতে পৰি আছে। ফটোখন তুলিলৈ আকৌ এবাৰ ভালদৰে চাই ললে। অজ্ঞাত সাৰে এটা হুমুনিয়াহ ওলাই পৰে। লগে লগে মনত পৰিল ৰবিনে কৈ যোৱা কথা এষাৰ—"এয়েতো ৰিয়েল মেৰেজ"। বাস্তৱিকতে য'ত মুক্ত মনৰ যুক্ত আবেদন নাই, সি প্ৰকৃত বিয়া হব নোৱাৰে। সংসাৰত পুৰুষবোৰেই সকলো ক্ষেত্ৰতে নাৰীৰ ওপৰত হস্তক্ষেপ কৰি আহিছে। নাৰীৰ অধিকাৰ খৰ্ব্বকৰি এওঁলোকেই অভিভাৱকৰ কৰ্ত্তৃত্ব লৈ শ-শ হাজাৰ-হাজাৰ বিয়া সম্পাদন কৰিছে। কিন্তু আজিৰ নাৰী শক্তিয়ে সমাজৰ এইবোৰ অত্যাচাৰ মূৰপাতি লব নোৱাৰে। মনু, চাণক্যৰ দিন উকলিল। নাৰীয়ে কৰিব নতুন জীৱনৰ মুক্ত জয়যাত্ৰা।

---

"ৰাতি পুৱাতে ল'ৰাটো ওলাই গৈছে। ঘৰত এটিও খুদ কণ নাই যে আহি পালে চাৰিটা পাতত তুলি দিম। আপুনি এটা উপায় দিয়ক বাইদেউ!" ভুৱন গোস্বামীৰ মাকে ওচৰৰে মৌজাদাৰনীক কয়। তপতোৱা গাখীৰ খিনি হেতাখনেৰে লাৰি লাৰি মৌজাদাৰনী বিৰক্তিত মুখখন কোচাই উত্তৰ দিয়ে—"আমি কি উপায় দিব লাগে। তোমালোকে এইদৰে সদায়ে আমনি কৰি থকা।"

"নহয় বাইদেউ! উপায় থাকিলে জানো আপোনালোকক আমনি কৰোঁ।" গাখীৰৰ কেৰাহীটো নমাই থৈ কেতেৰা মাতেৰে মৌজাদাৰনী কৈ উঠে—"উপায় নাই বুলিয়েই ল'ৰা-ছোৱালী পঢ়োৱাৰ বাবে মাহে ১০৲ দহ টকাকৈ দি আছোঁ। তাতে মাথো এঘণ্টাৰ পঢ়ন। পাঁচ ছয় টকাতে কত মাষ্টৰ মিলে। আজি কি ইটো নাই, কালি কি সিটো নাই, এইদৰে আমনি কৰি থাকিলে আমি থাকো কেনেকৈ? ইয়াৰ পৰা ভাঙিহে যাব লাগিল?"

ভুৱন গোস্বামীৰ মাকৰ বৰ লাজ আৰু আঘাত লাগে। তেওঁৰ কোনেও নেদেখাকৈ এটা আন্ধাৰৰ মাজত সোমাই পৰিবলৈ ইচ্ছা যায়। তথাপি সকলো লাজ-কাজ কাতি কৰি থৈ তলমূৰ কৰি থোকা থুকি মাতেৰে কয়—"আৰু কেতিয়াও আপোনাক আমনি নকৰোঁ, আজিলৈ এসেৰ চাউল ধাৰ দিয়ক।"

"আৰু এদিন আহি এসেৰ চাউল ধাৰলৈ লৈছিলা। পিচে ধাৰ শুজিলা ক'ত? হেৰ সিদিনা দহটকা ৰূপলৈ গৈছে মাথোঁন; তাৰেই একসেৰ চাউল কিনা গৈ।" মৌজাদাৰনীৰ কথাত ভুৱন গোস্বামীৰ মাক শৰবিদ্ধ হৰিণীৰ দৰে তাৰ পৰা ওলাই আহিল। তেওঁ অনুভৱ

ক্ষৰে চাৰিও ফালৰ পৰা মানুহবোৰে তেওঁলৈ চাই যেন বিদ্ৰূপ কৰিব ধৰিছে। লাজতে তেওঁৰ কোনেও নেদেখাকৈ মুখ ঢাকিবৰ ইচ্ছা যায়। হায়, দৈৱৰ কি বিৰম্বনা! যি তিৰোতাৰ পৰা এদিন গাওঁৰ দহজনে সহায় পাইছিল; আজি তেওঁ এসেৰ চাউলৰ কাৰণে মৌজাদাৰনীৰ পৰা তিতা কেঁহা পাব লগীয়া হ'ল! আগৰ স্বচ্ছল দিনবোৰৰ এখন ছবি তেওঁৰ মনত ভাহি উঠে। ভদীয়াৰ মাক, চেনেহীৰ মাক আদিৰ লঘোন পৰা অৱস্থা দেখি তেওঁ নিজে উপযাচি কিমান দিন সহায় কৰিছিল! আৰু সেই সহায়ত অন্তৰত যে কি এটা বিমল আনন্দ লভিছিল। আৰু আজি?

দিন সমানে নাযায়। কালৰ চকৰিত ৰজাও কাঙাল হয়, বৰ নৈও শুকাই নীৰস পথাৰত পৰিণত হয়। ভুৱন গোস্বামীৰ বাপেক দেবেন্দ্ৰ গোস্বামীৰ অৱস্থা ভালেই আছিল। মাটি-সম্পত্তিও তাকৰ নাছিল। তদুপৰি শিষ্য প্ৰশিষ্যও আছিল অনেক। সন্তানৰ ক্ষেত্ৰত দুটা ল'ৰা আৰু এজনী ছোৱালী জন্মিছিল যদিও এজন ল'ৰা আৰু ছোৱালী জনী নিচেই কেচুৱাতে ঢুকোৱাত ভুৱন গোস্বামীয়েই একমাত্ৰ সন্তান হৈ পৰে। দেবেন্দ্ৰ গোস্বামীৰ অৱস্থাতকৈও মনটো আছিল ডাঙৰ। গাওঁৰ কামত তেওঁ ক্ষতি স্বীকাৰ কৰিছিল অনেক। তদুপৰি বাহিৰৰ পৰা কোনোবাই কোনো অনুষ্ঠানৰ বাবে চাঁদা বিচাৰি আহিলে কোনোদিনো বিমুখ হৈ যাব নালাগিছিল।

দেবেন্দ্ৰ গোস্বামীয়ে একমাত্ৰ ল'ৰা ভুৱন গোস্বামীক মানুহ কৰি গঢ়ি তুলিবলৈ যথাশক্তি চেষ্টা কৰিছিল। আন কি ল'ৰাৰ শিক্ষাৰ বাবে গৃহশিক্ষকো নিযুক্ত কৰি দিছিল। দিনবোৰ ভাল দৰেই গৈ থাকে। এনেতে দেবেন্দ্ৰ গোস্বামীক ধৰিলে পিত্তশূল ৰোগে। গাওঁৰ কবিৰাজৰ পৰা আৰম্ভ কৰি পাহাৰপুৰৰ ঔষধলৈকে অনেক

ঔষধ পত্ৰ ব্যৱহাৰ কৰিও একো ফল নাপালে। ক্ৰমে ক্ৰমে শিষ্যপুত্ৰ বোৰৰ ঘৰলৈকো যাব নোৱাৰা হ'ল। ফলত সেইফালৰ উপাৰ্জ্জন এটা তেনেই বন্ধ হৈ পৰিল। আধি খেতিৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰি গৃহস্থী খৰচ, নিজৰ ঔষধপত্ৰৰ খৰচ আৰু ল'ৰাৰ পঢ়াৰ খৰচ চলোৱা তেওঁৰ ক্ৰমে কঠিনহৈ পৰিল। তথাপি তেওঁ ল'ৰাক উচ্চ শিক্ষা দিয়াৰ পৰা বিৰত নহ'ল। ভুৱন গোস্বামীয়ে প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পাচতেই কটন কলেজত নাম লগাই দিলে আৰু ক্ৰমে মাটি বিক্ৰি কৰি খৰচ যোগাব ধৰিলে। মাটি ক্ৰমে নাইকিয়া হৈ আহিল কিন্তু দেবেন্দ্ৰ গোস্বামীৰ মনৰ বল নাইকিয়া নহ'ল।

ভুৱন গোস্বামী তৃতীয় বাৰ্ষিক শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ লগে লগে দেবেন্দ্ৰ গোস্বামীৰ অসুখটো বেছি হ'ল। ভুৱন গোস্বামীয়ে পিতাকক ডিব্ৰুগড়লৈ নিয়াৰ প্ৰস্তাৱ তুলিলে। প্ৰথমতে দেবেন্দ্ৰ গোস্বামী সম্মত হোৱা নাছিল যদিও পুতেকৰ পীড়াপীড়িত সম্মতি দিবলৈ বাধ্য হ'ল। এই উপলক্ষ্যে আকৌ মাটি বিক্ৰি কৰিব লগীয়াত পৰিল। মোটতে বস্তি ভুপুৰাত বাহিৰে গোটেই মাটি হস্তচ্যুত হৈ গ'ল।

দেবেন্দ্ৰ গোস্বামীৰ ভৰষা আছিল গাটো অলপ ভাললে শিষ্যপুত্ৰসকলৰ ঘৰ ফুৰি অলপ সুবিধা কৰি লব পাৰিব। কিন্তু নিয়তিয়ে হাঁহি মাৰিলে। অপাৰেচন কৰোঁতে ডিব্ৰুগড় হাসপাতালতে তেওঁৰ মৃত্যু হ'ল।

ভুৱন গোস্বামীয়ে ডিব্ৰুগড়তে পিতাকৰ শৱ সংকাৰ কৰি ঘৰলৈ উভতিল। মুখৰ ছাই গুচাবলৈ হাতত টকা এটিও নাই; আন ফালে ভাগী জ্ঞাতি, শিষ্যপুত্ৰবোৰক নামাতিলেও নহয়। গাঁৱৰে ললিত বাম মহাজনক ধৰি মিলি পাঁচশ টকা হাওলাত লৈ কোনো মতে মুখৰ ছাই গুচালে। ভুৱন গোস্বামীৰ পঢ়াশুনাও ইমানতে ইতি হ'ল।

মাকে পুতেকক কলে ঘৰখন পাতিব লাগে। কিন্তু ইজানো সম্ভৱপৰ? যাৰ বৰ্ত্তমান 'অন্নচিন্তা চমৎকাৰা' তাৰ আকৌ বিয়া কৰাই সংসাৰ পতাৰ কল্পনা! ভুবন গোস্বামীয়ে মাকক বুজালে যে আগেয়ে এটা চাকৰি বাকৰিৰ দিহা কৰে। তাৰ পাচত তেওঁ লাগিল চাকৰিৰ দিহাত। তিনি বছৰেই চাকৰিৰ অনুসন্ধানত ঘূৰিল। কত নাযাব লগীয়া ঠাইলৈ গৈছে, কত নাখাটিব লগীয়া মানুহক খাটিছে, তথাপি তেওঁৰ চাকৰি এটা যুতি নাহিল। এবাৰ স্কুলৰ চাকৰি কৰোঁ বুলি এম, ই, স্কুলৰ সহকাৰী শিক্ষকৰ পদ এটাৰ বাবে দৰখাস্ত কৰিলে। তাতো দৈৱ এনে বাম যে চাকৰিটো পালে স্কুলৰ চেক্ৰেটৰীৰ ভাগিনিয়েক এজনে; অথচ তেওঁৰতো যোগ্যতা সেই জনতকৈ বেছি আছিল। মাকে শিষ্য-প্ৰশিষ্যবিলাকৰ ঘৰলৈ যাবলৈ কলেও তেওঁ লাজতে যাব নোৱাৰে। তেওঁৰ যেন সেই বয়স, সেই যোগ্যতালৈ গুৰুগিৰি কৰিবলৈ লাজ লাগে। উপায় নাপাই মাকে পুতেকক নজনাকৈ নিজৰ অলঙ্কাৰ পাতি বন্ধক থৈ গৃহস্থী খন চলায়। আশা পুতেকে চাকৰি বাকৰি এটা পালে মোকোলাই আনিব। ভুবন গোস্বামীও উপাৰ্জ্জনৰ কোনো সুবিধা কৰিব নোৱাৰি গাৱঁৰে মৌজাদাৰৰ ঘৰত টিউশ্যনি এটা লৈ চাকৰিৰ চেষ্টা চলাই থাকে।

টিছু চাৰ্কেল অফিচত কাম এটা খালি হব বুলি শুনি পুৱাতেই ভুবন গোস্বামী টিছুলৈ গ'ল। মাকে দেখিলে ল'ৰা আহি পালে খাবলৈ দিয়ে কি? মৌজাদাৰনীৰ ওচৰলৈ গৈ ব্যৰ্থ মনোৰথ হৈ উভতি আহি ভাবিলে এতিয়া উপায় কৰে কি? মনত পৰিল ইমান অভাৱ অভিযোগৰ মাজতো বিক্ৰি বা বন্ধক নিদিয়াকৈ ভাবী বোৱাৰীয়েকৰ বাবে ৰখা অলঙ্কাৰ দুপদ—সোণৰ চুড়ি আৰু কাণফুল। তেওঁ গৈ বিছনাৰ তলৰ পৰা চাবি-কোছা উলিয়াই অনিচ্ছাৰে সন্দুকটো

খোলে আৰু সন্দুকৰ ভিতৰত থকা পেটেৰা এটাৰ পৰা কাণফুল এটা উলিয়ায়। এটা ছমুনিয়াহ পেলাই পেটেৰাৰ স'াফৰটো মাৰি পুনঃ পূৰ্ব্বৰ ঠাইতে ৰাখি সন্দুকটো বন্ধ কৰে। তাৰ পাচত বাহিৰ ওলাই আহি ওচৰৰে ভদীয়াক মাতে—"ভদীয়া, অ' ভদীয়া! এই পিনে আহচোন বোপা!"

ভদীয়া ঘৰৰ পিৰালিতে বহি বেত সুঁতীয়াই আছিল। সি তাৰ বহা ঠাইৰে পৰা কয়—"কি হৈছে।"

"আহি যাচোন বোপা।' ভুৱন গোস্বামীৰ মাকে কয়। ভদীয়া আহো নাহোকৈ ওলাই আহে। কাণ ফুলটো তাৰ ফাললৈ আগবঢ়াই গোস্বামীৰ মাকে কলে—"ৰাধা মহাজনৰ দোকানত এইটো বিক্ৰি কৰি পাঁচ সেৰ চাউল আৰু এসেৰ ডালি আনি দে।"

"নাই, নাই, মোৰ এতিয়া কোনো মহাজন চহাজনৰ দোকানলৈ যাবৰ সময় নাই।" ভদীয়াই নীৰস ভাৱে কৈ উঠে। গোস্বামীৰ মাকৰ অন্তৰত আকৌ এটা আঘাত লাগে। এই ভদীয়া! ইয়াৰ সাত পুৰুষ গ'ল তেওঁলোকৰ চাকৰি কৰোঁতে। ক'ত দিন সিহঁতৰ দুৰৱস্থাত তেওঁ উপযাচি সহায় কৰিছিল। আজি সি অলপ নিজাকৈ সম্পত্তি কৰি যে নিজৰ ভৰিৰ ওপৰত থিয় হব পৰা হৈছে সেই-টোৱে বা কাৰ গুণত? ভুৱনৰ দেউতাকেই তাক মাটি সম্পত্তি কৰি দিয়া নাছিল নে? আজি দুৰ্দ্দিনত পৰা দেখি সিয়ো দুকথা কব পৰা হ'ল।

ভদীয়াৰ ঘৈনীয়েক আছিল ভাত ৰান্ধি। ভদীয়াৰ কথা শুনি তাইৰ ভাল নালাগিল। ভদীয়াৰ ঘৈনীয়েক ভিতৰৰ পৰা ওলাই আহি ভেকাহি এটা মাৰি তাক কলে—"কব হে লাগিছে, ঘৰত বহি যিটোহে ওলোটাইছে! কিয়, আইৰ উপকাৰবোৰ বান পানীত উটি গ'ল

হ'বলা ? সেয়েহে কয় বোলে উপকাৰীক অজগৰে খায়। আই ! আপুনি বেয়া নাপাব। তেওঁ যদি এই খিনি বাধা মহাজনৰ তালৈ যাব নোৱাৰে তেন্তে বান্ধনী শালত সোমাওক। ময়ে কামটো কৰিব পাৰোঁ‌ানে নোৱাৰোঁ‌া চাওঁ।" ঘৈনীয়েকৰ কথাত ভদীয়া অলপ থট্‌মট্ খালে। সি ভাবিলে আঃ কি জুলুম! এই ৰ'দে ৰ'দে যাব লাগে। আজিকি ভদীয়া গৰুটো চাবি, কালি কি ভদীয়া ধান ভাঁৰ আনি দে, ভদীয়াক যেন নিকিনা গোলামহে পাইছে। আকৌ মহাৰাণীৰ যিটোহে হুকুম! বান্ধনীশালত সোমোৱাতকৈ বোপা ৰ'দে ৰ'দে যোৱাই ভাল। ভদীয়াই লওঁ নলওঁ কৈ কাণ ফুলটো হাত পাতি লয় আৰু কান্ধৰ গামোচা খনৰ এটি কোণত মেৰীয়াই মেৰীয়াই বান্ধি কয়—"কি কি আনিব লাগিব ?"

"চাউল পাঁচসেৰ, মুগৰডালি এসেৰ। অ, অলপ চেনি আৰু কেটামান চাহপাতিও আনিবি।"

"চেনি চাহ কিমান আনিম।"

"চেনি আদ্ সেৰ আৰু চাহপাতি এছটাক আনিলে হ'ব।" ভদীয়াই খোজ ললে। গোস্বামীৰ মাকেও গাটো তিয়ায় বুলি পুখুৰীলৈ গ'ল।

গা-পা ধুই উঠি গোস্বামীৰ মাক গোঁসাই ঘৰত সোমাল। বিগ্ৰহৰ আগত ধূপ-ধূনা জ্বলাই সকাতৰে প্ৰাৰ্থনা জনালে ল'ৰাক এটি হেতু দিবলৈ। তেওঁৰ স্তূপীকৃত বেদনাবোৰ চকুলো ৰূপে বাগৰি পৰিল। কিন্তু তেওঁৰ কাতৰ প্ৰাৰ্থনাত পাষাণ বিগ্ৰহৰ জানো প্ৰাণ গলিল ? বাহিৰ ওলাই সূৰ্য্যটোক প্ৰণাম জনাই দেখিলে বেলি ভাটি দিছে। বাটলৈ চাই দেখে কান্ধৰ ওপৰত টোপোলাটো পেলাইলৈ ভদীয়া আহিব ধৰিছে। তেওঁ লবালৰিকৈ বান্ধনী ঘৰলৈ

পৈ চাউল ডালি বখা সঁজুলি আনিলে। ভদীয়াই মাটিত আঁক পাতি পাতি মাল আৰু পইচাৰ হিচাব দিয়ে—এই হ'ল এক, দুই তিনি……দহ টকা ; এক অনা, দুই অনা, তিনি অনা। চাউল এধাৰা-দুটকা আঠ-অনা, ডালি হ'ল…… ।

"হৈছে, হৈছে, তোৰ আৰু হিচাব দিবৰ দৰ্কাৰ নকৰে" বুলি গোস্বামীৰ মাকে পইচা আৰু বস্তু খিনি সামৰি লয় আৰু এটোপা চাহ খাব নেকি সোধে। নাই, সি এতিয়া আৰু চাহ নাখায়, গা ধুবৰ হৈছে বুলি খোজ ললে। ভুবন গোস্বামীৰ মাকে লৰালৰিকৈ আখাৰ তলত জুই দিলে। এনেতে পতুলি মুখত ললিত মহাজনে মাতে—"বোপা ঘৰত আছে নে ?"

ভুবন গোস্বামীৰ মাকে চাউল আৰু ডালি কেটা বহাই দি ওলাই আহি বহাঘৰৰ পিচফালৰ বাৰান্দাত মূঢ়া এটা পাৰি দি মহাজনক বহিবলৈ কলে। মহাজন বহিল। গোস্বামীৰ মাকে আখাৰ জুই কুৰা ঠেলি দি তামোলৰ বঁটাটো আনি মহাজনৰ আগত দিলে।

"তামোল নহলেও হব। বোপা গ'ল কলৈ ? পিচে মোৰ কথাটোৰ কি কৰিলে ?"

"দেখিছায়েতো বোপা। ল'ৰাই চাকৰি চাকৰি কৈ ঘূৰি আছে। সহ্য কৰিছা যেতিয়া আৰু কেটামান দিন চোৱাঁ।"

"নাই, মই আৰু কিমান দিন চাব লাগে। তিনি বছৰ পূৰ হয় এখোন। দলিলৰ ম্যাদ মাথোঁ এমাহ আছে। ম্যাদৰ ভিতৰত কিবা এটা নকৰিলে……।" মহাজনৰ কথা শেষ হবলৈ নাপালে। ভুবন গোস্বামী ঘামি জামি সোমাই আহি কৈ উঠিল—"মহাজন ককাই দেখোন।"

মাকে জঁৰা আহি ওলোৱা দেখি লৰালৰিকৈ পাকঘৰ সোমাল।

ভুবন গোস্বামীয়ে ঘামত তিতি যোৱা চোলাটো খুলি বাহিৰৰ তাঁৰত মেলি দি মূঢ়া এটা টানি লৈ মহাজনৰ কাষতে বহিল।

"পিচে, চাকৰি-বাকৰিৰ কিবা সুবিধা হ'ল নে?"

"নাই মহাজন! আমাৰ নিচিনা দুখীয়া মানুহৰ বেগতে চাকৰি মিলে ক'ত?"

"এৰাতো, চৰকাৰৰ চাকৰি। যেনিয়ে তেনিয়ে কি পায়? পিচে, মোৰ লেঠাটো এতিয়া মাৰিবহে লাগে।"

"সঁচা কথা মহাজন! তুমিনো আৰু কিমান দিন চাবা। কিন্তু উপায়কে যে বিচাৰি নাপাওঁ।" কথাষাৰৰ লগে লগে ভুবন গোস্বামীয়ে এটি হুমুনিয়াহ পেলায়।

"উপায় নকৰিলে আৰু কেনেকৈ হয়। আজি তিনি বছৰ হ'ল। মৃতককনো আৰু কিমান দিন নৰকত ৰাখিব খোজে।" মহাজনৰ কথাষাৰৰ লগে লগে ভুবন গোস্বামীৰ মুখমণ্ডল ৰঙা হৈ উঠে। তেওঁ মুখেৰে একো মাতিব নোৱাৰে। এনেতে গোস্বামীৰ মাকে দুয়োৰো আগত দুগিলাচ চাহ আনি দিয়ে। তেওঁ পুতেকক লক্ষ্য কৰি কয়— "বেলিও ভাটি দিলে চাহটোপা খাই গাটো ধো।" তাৰ পাচত মহাজনক কলে—"মহাজন বোপাইয়ো শুদা চাহ এটোপাকে খোৱা।"

অনিচ্ছা স্বত্বেও ভুবন গোস্বামীয়ে চাহৰ গিলাচটো তুলি লয়। মনটোৱে বাৰ বাৰ কয়—পিতাৰ নৰক? এই টকা কেইটাৰ কাৰণে মহাজনে ইমানখিনি কবলৈ সাহস পালে। মাকলৈ লক্ষ্য কৰি কলে "শুনিছানে মা! মহাজনৰ টকা কেইটাৰ কাৰণে পিতা হেনো নৰকত থাকিব লগীয়া হৈছে।"

"বেয়া পাইছে কিয় বোপা! মৃতকৰ কাৰ্য্য উপলক্ষ্যে ঋণ কৰি পৰিশোধ নকৰিলে আত্মাৰ মুক্তি নহয় বুলি সকলোৱে কয়।"

"বাৰু বুজিছোঁ। তোমাৰ খতৰ ম্যাদ কেতিয়ালৈ আছে।"

"আহাৰ মাহৰ ২৮ তাৰিখলৈ।"

"বাৰু মই প্ৰতিজ্ঞা কৰি কৈছোঁ—যি কোনো প্ৰকাৰে তাৰ আগে আগে তোমাৰ লেঠাটো মাৰি দিম।" মাকে পুতেকৰ মুখৰ ফালে চাই থাকে। তেওঁ বুজিব পাৰে ল'ৰাই অন্তৰত অত্যন্ত আঘাত পাইছে। কিন্তু বুজিবলৈ টান পায় ভুবনে পাঁচশকৈ টকাৰ লেঠা এমাহৰো কম সময়ৰ ভিতৰত কেনেকৈ মাৰিব? কোনো কথা সুলিয়াই তেওঁ পুতেকক লবালৰিকৈ গাটো ধুই আহিবলৈ কয়। মহাজনে তামোল এখন মুখত ভৰাই এতিয়া সেৱাহে বুলি বিদায় ললে। ভুবন গোস্বামী গা ধুবলৈ গ'ল। মাকো ৰান্ধনী ঘৰ সোমাল।

---

( ১০ )

ৰূপায়ন টকীজত চন্দ্ৰশেখৰ কথা ছবি চলিছে। বঙ্কিম চট্টো-পাধ্যায়ৰ চন্দ্ৰশেখৰ। আখ্যানৰ মূল নায়ক নায়িকা হ'ল চন্দ্ৰশেখৰ আৰু শৈৱলিনী। বঙ্গৰ নবাব মিৰকাছিমৰ দিনৰ ঘটনা। নতুন কথা-ছবিৰবাবে সিদিনা মানুহৰ ভিৰ।

প্ৰথম শ্ৰেণীত ৰবিন, ৰিণা, মিনি আৰু মণ্টু। ৰবিনৰ নিচেই কাষতে বহি ৰিণাই উপভোগ কৰে কথা-ছবিৰ আখ্যান। মূল নায়িকা শৈৱলিনীৰ ভূমিকাত কাননৰ আৰু বাল্য-প্ৰণয়ী প্ৰতাপৰ ভূমিকাত অশোক কুমাৰৰ অভিনয় বেচ মনোগ্ৰাহী হৈছিল।

বিশেষকৈ ৰিণাই নিজৰ জীৱনৰ লগত যেন শৈৱলিনীৰ জীৱনৰ এটি আচৰিত ৰকমৰ সাদৃশ্য দেখিবলৈ পায়। মাজে মাজে ৰিল শেষ হয়। বিজুলি বাতিবোৰ জ্বলি উঠে কিছু আগৰ আন্ধাৰ হলটো পোহৰ কৰি। বিজুলি বাতিৰ পোহৰত ধকধকীয়া বগা নিপোটল দেহটোৰ কলাব্লাউচটোৰ ওপৰত লোৱা ফিৰ ফিৰীয়া নীলাম্বৰী চাঁদৰখেনেৰে ৰিণাক এক অপৰূপ ৰূপত দেখিবলৈ পায় ৰবিনে। মিনাকৰা লকেটটোৰে সৈতে সোণৰ নেকলেচ ডালে ব্লাউচৰ ওপৰেদি উদং হৈ পৰা ৰিণাৰ উন্নত বুকুখন স্পৰ্শ কৰিবলৈ পায় যেন গৌৰৱ হে অনুভৱ কৰিছে। পদুম লেখীয়া চকু জুৰিত এচামুক নীলা সাগৰৰ পানী। তাৰ মিঠা লোণা গোন্ধ এটায়ে ৰবিনৰ মন উন্মাদ কৰি তোলে। হঠাৎ গাত গা লাগি অন্তৰত বৈ যায় তড়িত প্ৰবাহ। বুকুখন গৌৰৱত ফুলি উঠে। অনুভৱ কৰে, পাচৰ আসনত বহি থকা সহপাঠীবোৰে তেওঁলৈ যেন ঈৰ্ষাৰ চকুৰে চাইছে। ৰিণাই মাজে মাজে ৰবিনক দুই এটা প্ৰশ্ন কৰি যায়। * * *

চিনেমা শেষ হোৱাৰ লগে লগে ৰবিন, ৰিণা, মিনি আৰু মণ্টু চাৰিও জনে খোজ লয়। তেওঁলোকৰ মাজত কথা-ছবিৰ আলোচনা। ৰিণাৰ আগত মিনি আৰু মণ্টু। নিচেই কাষতে ৰবিন। হাইহিলৰ জোতাজোৰ লাহে লাহে পেলাই এক অপৰূপ ভঙ্গিত খোজ কাঢ়ে ৰিণাই। নীলা চাঁদৰৰ আচলটো ফিৰ ফিৰীয়া বতাহত উৰিবলৈ ধৰে।

"বাৰু ৰবিনদা। শৈৱলিনীৰ ভাওটো কেনে হৈছিল?" ৰিণাই সোধে।

"শৈৱলিনীৰ ভাও ভালেই বুলিবা। জলযাত্ৰাৰ সময়ত শৈৱলিনীৰ

ভাৱটো থিক ফুটাই তুলিব পৰা নাই। ৰবিনে উত্তৰ দিয়ে। পিচলৈ মূৰটো ঘূৰাই আগৰ মিনি জনীয়ে কৈ উঠে—"সেই ফষ্টৰ চাহাবটো—শৈৱলিনীক যে বল কৰি নিছিল,—সাইলাখ বান্দৰ এটা।" মণ্টুৱে কয়—"মই কিন্তু মিৰকাছিমৰ ভাওটো ভাল পাইছো দেই। বুৰঞ্জী পঢ়াওতে আমাৰ কটকী মাষ্টৰে কৈছিল মিৰকাছিম হেনো বৰ ভাল মানুহ আছিল। বাৰু, গুর্গ আৰু বাহাৰক যে চিনেমাত নেদেখুৱালে।"

"ৰ, ৰ, মিৰকাছিমক ভাল বুলিছ যে দলনি বিবি জনীক কিয় গ্ৰহণ নকৰিলে। অঃ, বেচেৰী বিষ খাই মৰিল।" মিনিয়ে অলপ থমকি ৰৈ কথাষাৰ কয়।

সকলোৰে কথা তল পেলাই ৰিণাই এইবাৰ কবলৈ আৰম্ভ কৰে—"ভাও হিচাবে শৈৱলিনী আৰু প্ৰতাপৰ ভাও নিখুঁত বুলিব পাৰি, কিন্তু চৰিত্ৰৰ ফালৰ পৰা শৈৱলিনীৰ শেষৰ পৰিবৰ্ত্তনটোৱে আনি দিছে নাৰী হৃদয়ৰ এটা দুৰ্ব্বল আদৰ্শ। আৰু প্ৰতাপ? প্ৰতাপৰ জানো গঙ্গাৰ গৰ্ভত শৈৱলিনীক সেইদৰে প্ৰতিজ্ঞা কৰোৱাটো ভাল হৈছে।"

ৰবিনে ৰিণাৰ কথাত বাধা দি বৰ বিজ্ঞৰ দৰে কয়—"শুনা ৰিণা! লিখকে প্ৰতাপৰ চৰিত্ৰৰ মাজেদি ডাঙি ধৰিবলৈ প্ৰয়াস কৰিছে এটি ত্যাগৰ আদৰ্শ—শৈৱলিনীৰ বিপ্লবী মনটো চন্দ্ৰশেখৰলৈ ঘূৰোৱাৰ এটি উপায়। গিৰি গহ্বৰত শৈৱলিনীৰ ব্ৰত যাপন আৰু চন্দ্ৰশেখৰৰ লগত পুনৰ্ম্মিলন আদি আখ্যানৰ শেষৰ অংশটো তেনেই অবাস্তৱ। এনেকুৱা অবাস্তৱ মোৰ মুঠেই পচন্দ নহয়। মোৰ বোধেৰে প্ৰতাপৰ চৰিত্ৰৰ ত্ৰুটি কোন খিনিত জানা? প্ৰতাপে শত বাধা বিঘিনিকো উপেক্ষা কৰি শৈৱলিনীক গ্ৰহণ কৰা উচিত আছিল।"

"এইখিনিতে শৈৱলিনীৰো দুৰ্ব্বলতা নহোৱা নহয়।" ৰিণাই কয়। আৰু ক'ত আলোচনা। এইদৰে গৈ তেওঁলোক কাছাৰী ঘৰৰ সম্মুখ পালে। এনেতে ডাঠ খদ্দৰৰ হলো পাঞ্জাবী পিন্ধা যুৱক এজনে সম্মুখত থিয় হৈ কৈ উঠিল—"গুড্ নাইট মিঃ কটকী!" ৰবিনে মূৰ তুলি যুৱক জনৰ মুখৰ ফালে চায়। দাৰিগোঁফবোৰ অযত্নত দীঘলহৈ পৰিছিল যদিও ৰবিনে চিনিব পাৰিলে তাহানিৰ সহপাঠী ভুৱন বুলি। ভুৱন গোস্বামীয়ে বাপেক ঢুকোৱাৰ লগে লগে কলেজ এৰে। কলেজ এৰাৰ পাচৰে পৰা আজি তিনি বছৰ ৰবিনৰ লগত তেওঁৰ দেখা সাক্ষাৎ হোৱা নাই। পঢ়া দিনত অৱশ্যে দুয়োৰো মাজত ঘনিষ্ঠতাই আছিল। তথাপি আজি এনে সময়ত অবাঞ্ছিত ভাৱে ভুৱন গোস্বামীক লগ পাই ৰবিনৰ অকণো ভাল নালাগিল। আধুনিকা ৰিণাৰ আগত এনে এটা জলহুলোকক বন্ধুবুলি পৰিচয় দিবলৈকো যেন লাজ লাগে। হয়তো মিঃ দাস, মিঃ শইকীয়া আদি বন্ধুৱে আহি এনে সময়ত অভিনন্দন জনোৱাহেঁতেন ৰবিনে গৌৰৱকে অনুভৱ কৰিলেহেতেঁন। কি আপদীয়া বিলাকে যে আহি লগ দিয়ে। বিৰক্তিৰে ভৰি পৰা মনটোক অলপ সংযত কৰি লৈ ৰবিনে বন্ধুত্বৰ খাতিৰত নহলেও ভদ্ৰতাৰ খাতিৰত ভুৱন গোস্বামীক কয়—"কিহে গোস্বামী! আজি বহুদিনৰ মূৰত যে। পিচে, তুমি সন্ন্যাস তন্ন্যাস কিবা পালন কৰিছা নেকি?"

"নকবা ভাই, আমি দুখীয়া মানুহবোৰৰ কথা। সন্ন্যাসী হলেও বাটৰ ল'ৰাই কোবাই লৈ ফুৰিব।"

"অসময়ত যে।"

"নকবা, তোমাক বিচাৰিয়েই হাইৰাণ। ঘৰত অনুসন্ধান লৈ চাকৰ এজনৰ মুখে জানিব পাৰিলোঁ। পুলিচ ইন্সপেক্টৰৰ ঘৰত নিমন্ত্ৰণ

থকা বুলি। অভদ্ৰ বুলিলেও বুলিব পাৰা, তাতোগৈ খবৰ কৰিলোঁ। পিচত চিনেমা চাবলৈ যোৱা বুলি জানিব পাৰি ইয়াতে কাছাৰী ঘাটতে বহি জুৰ ললোঁ। তোমাক লগধৰাতো মোষ্ট আৰ্জ্জেণ্ট—অলপ প্ৰাইভেট টক্ আছে।"

ভুৱন গোস্বামীৰ কথা শুনি ৰবিন আচৰিত হ'ল। মোষ্ট আৰ্জ্জেণ্ট—প্ৰাইভেট টক্! এনে কি কথা হব পাৰে যে এইদৰে এনে সময়ত তেওঁক লগ নধৰিলে নহয়। ৰবিন কৌতুহলাবিষ্ট হৈ ৰিণাইঁতক অলপ আগ বাঢ়িবলৈ কৈ ৰাস্তাটোৰ এদাঁতি চাপি গোস্বামীৰ কথাটো জানিব খোজে।

"তুমি মোক অলপ হেল্প কৰিব লাগে।"

গোস্বামীৰ মুখৰ কথাষাৰ শুনি ৰবিনে ঘৃণাত নাক কোঁচালে। মনতে কলে কি মিন মাইণ্ডেড্! এইবোৰ কথা কবলৈকে দিন ৰাতি একাকাৰ কৰি পৃথিবী তোলপাৰ লগাই তুলিব লগীয়া হৈছে। ৰবিনক মৌন দেখি গোস্বামীয়ে কৈ যায়—"জানায়েতো মোৰ অৱস্থা। আজি তিনি বছৰে চাকৰি চাকৰি বুলি কত যে ঘুৰিলোঁ, কত যে পেটিচন নকৰিলোঁ আৰু কত যে ইণ্টাৰভিউ নিদিলোঁ; তথাপি আজিলৈকে ভাগ্যত চাকৰি এটা নুজুটিল।"

"বাৰু, বাৰু, সেইবোৰ বুজিছোঁ। আচল কথাটো কোৱা।"

আচল কথাটো এই—"পুলিচ অফিচত কেইজন মান অফিচ এচিষ্টেণ্ট লব। ইন্সপেক্টৰ বৰুৱাৰ লগত তোমাৰ ভাল। তেখেতক তুমি অলপ জোৰ দিলে……।"

"অ, সেই কথা, তাকে কবলৈহে আৰু সময় নাছিল।"

"নহয় ভাই! মোৰ চিটিউয়েচনটো তুমি বুজিব পৰা নাই।" ৰবিনৰ আৰু শুনিবলৈ ধৈৰ্য্য নোহোৱা হয়। মনতে ভাৱে কি

আপোদটো জুটিল। উপস্থিত আপদ এটাৰ পৰা হাত সাৰিবলৈ মুখত কৃত্ৰিম হাঁহি এটা লৈ ভুৱন গোস্বামীক কয়—"বাৰু, মই আজিয়েই ইন্সপেক্টৰ চাহাবক তোমাৰ কথা কৈ ৰাখিম। তুমি কালিলৈ পুৱাই গৈ তেখেতক মিট কৰিবা। এতিয়া গুড্ নাইট।" ৰবিনে কথাষাৰ কৈ বেগা-বেগীকৈ গুচি গ'ল। তেওঁৰ পেটত কিন্তু এটা বিদ্ৰূপৰ ভাৱ। ভুৱন গোস্বামী আৰু কিবা কব খুজিও যেন কবৰ সুবিধা নাপালে। তেওঁৰ মনৰ ভাৱ আছিল ইন্সপেক্টৰৰ লগত ইণ্ট্ৰডিউচ কৰি দিবলৈ ৰবিনক কব; কিন্তু ৰবিনে আজিয়েই তেওঁৰ বিষয় কব বুলি কৈ গুচি গ'ল। তথাপি গোস্বামী ৰবিনৰ ওচৰত কৃতজ্ঞ হয় এই বুলি, ৰবিনে তেওঁৰ বাবে ইন্সপেক্টৰক অনুৰোধ কৰিব। দুখীয়া মানুহে এইদৰে সদায় ধনী মানুহক আশা কৰে। কিন্তু ধনীৰ জানো দুখীয়াৰ দুখ অনুভৱ কৰিবলৈ আহৰি আছে? দুখীয়াই ভাবে সিহঁতে নিজৰ নিৰুপায় অৱস্থাত ধনীৰ পৰা উপায় পাব—সহানুভূতি পাব—সেয়ে ধনীক খাতিৰ কৰে—ধনীৰ ওচৰত নতহৈ পৰে, পিচে ধনীয়ে জানো সিহঁতৰ কাৰণে আধা পইচা ত্যাগ কৰে?

ৰবিন গুচি যোৱাৰ পাচত গোস্বামীৰ চিন্তা আছিল ৰাতিটোৰ কাৰণে। যোৱা কালিৰ ললিত মহাজনৰ কথাষাৰে গোস্বামীক এনে ভাবে অভিভূত কৰিছিল যে, আজি বাতৰি কাকতত পুলিচ অফিচত অফিচ এচিষ্টেণ্ট লগা জাননী পাই গোস্বামী লৰি আহিছে। তেওঁ কলেজত পঢ়াৰে পৰা কটকী আৰু পুলিচ ইন্সপেক্টৰ হঁতৰ ঘনিষ্ঠ সম্পৰ্কৰ কথা জানিছিল। সেয়ে কামটো তেওঁৰ সহপাঠী ৰবিনৰ দ্বাৰা হব পাৰে বুলি এটা আশা লৈ আহিছিল আৰু সিদিনাৰ ৰাতিটো ৰবিনহঁতৰ ঘৰতে থাকিব বুলি মনতে স্থিৰ কৰিছিল। অনেক সময়ত মানুহে ভাবা কথা বিপৰীত হৈ পৰে। এতিয়া

গোস্বামী ৰাতিটোৰ কাৰণে কাৰ আশ্ৰয় লয়? অতপৰে ৰবিনক লগপোৱাৰ চিন্তাত তেওঁ নিজৰ থকা খোৱাৰ চিন্তাও পাহৰি আছিল। গোস্বামীয়ে অনুভৱ কৰে যেন পেটত জুইহে জ্বলিব লাগিছে। সেই যে ৰাতিপুৱা ১০ বজাতে চাৰিটা পেটত পেলাই আহিছিল, তাৰ পাচত আৰু এটোপা চাহো পেটত পৰা নাই। পকেটত হাত ভৰাই চাই দেখিলে পইচা আছে মাথো দেড় টকা। গাড়ী ভাৰায়েচোন লাগিব এটকা বাৰ অনা। তেন্তে উপায়? লক্ষ্যহীন ভাবে পান বজাৰৰ ৰাস্তাৰে কিছুদূৰ আগবাঢ়ি যায়। ৰাস্তাৰ দাঁতিৰ হোটেলৰ পৰা এটি লোভনীয় তীব্ৰ গোন্ধ আহি নাকত সোমায়। হোটেলত খোৱাটো তেওঁৰ কাৰণে মনঃপূত নহলেও আজি মনটোৱে বাৰে বাৰে হোটেললৈ যাব কয়। এবাৰ ভাবে ৰিহাবাৰীলৈকে যাব নেকি? তাত তেওঁলোকৰ গাৱঁৰে প্ৰফেচাৰ শৰ্ম্মা, আৰু বীমা ব্যৱসায়ী কলিতা থাকে; কিন্তু যাবও লাগে যে বহুদূৰ। সময়ো নটাৰ ওপৰ হৈছে। দুৰ্ব্বল হৈ পৰা ভৰি দুটা আৰু কিছু আগুৱাই যায়। ইফালে ৰবিন, বিণা, মিনি আৰু মণ্টুৱে ভিতৰ সোমাই খোৱাত বহিল।

---

ইন্সপেক্টৰ বৰুৱাই ৰাতিপুৱাৰ আহাৰ সমাপন কৰি উঠিছে মাথোঁন এনেতে বিহুৰাম চাপ্ৰাচী আহি কলে—"দেউতা! ৰামলাল কেঞা আহিছে।"

"ৰামলাল কেঞা? যা বৈঠকখানাত বহিবলৈ কগে।" বৰুৱাৰ কথাৰ লগে লগে বিহুৰাম ওলাই গ'ল। বৰুৱা চাহাবে তেওঁৰ শোৱনি কোঠাত সোমাই আলনাৰ ওপৰৰ পৰা তেওঁৰ খাকী পোচাক টো আনি পিন্ধি লয়। ক্ৰচবেল্টটো আঁটি লৈ এবাৰ ড্ৰেচিং টেবিলৰ ওচৰত থিয় হয় আৰু আয়নাৰ তলৰ সৰু ড্ৰয়াৰটো টানি হাতী দাঁতৰ ফণিখন উলিয়াই চুলিকেডাল ভালকৈ আছুৰি লয়। তাৰ পাছত হুকৰ পৰা হেট্‌টো আনি হাতত লৈ খোজ লয় বৈঠকখানা বুলি। চাপ্ৰাচীটোৱে বৈঠকখানাৰ পৰ্দ্দাখন ঠেলি এফলীয়া কৰি দিয়ে। বৰুৱা চাহাব ভিতৰলৈ সোমাই যায়। বৈঠকখানাৰ এচুকত চাহাবৰ অপেক্ষাত বহি থকা ৰামলাল কেঞাই থিয়হৈ ৰাম ৰামজী বুলি নমস্কাৰ দিয়ে। ইন্সপেক্টৰ চাহাবেও ৰাম ৰামজী বুলি প্ৰতিনমস্কাৰ জনাই নিজৰ আসনত বহে আৰু ৰামলালকো বহিবলৈ ইঙ্গিত দি বৰ গহীন ভাৱে সোধে—"ক্যা হ্যাঁই ৰাম লালজী?"

ৰামলালে গলটো জোকাৰিলৈ হাত দুখন মোহাৰি মোহাৰি কবলৈ ধৰে—"জী আপ্‌কে পাস্ মেৰা জীৱন হ্যায়। আপকী মৰ্জ্জি হোনেচে বচ যাউঙ্গা নতো মৰ যাউঙ্গা।"

"আপোনাৰ ওপৰত যি এভিডেন্স্ আনিছে সি বৰ গুৰুতৰ। তাতে কেচ্‌টো তুলিছে লেবাৰ ইউনিয়নে।" চিগাৰেট এটা লগাই লৈ বৰ গহীন ভাৱে ইন্সপেক্টৰে কয়।

দীঘল চোলাটোৰ পকেটৰ পৰা ৰামলালে এশটকীয়া নোট খনচেৰেক উলিয়াই লাহেকৈ ইন্সপেক্টৰৰ আগত থয়। ইন্সপেক্টৰ বৰুৱাই ইফালে সিফালে চাই কৈ উঠে—"আঃ ক্যা কৰতে হ্যাঁই আপ্ ?" কিন্তু মুখত এটা খুচিৰ ভাৱ। ইন্স্পেক্টৰৰ কথাৰ মূৰত হাত দুটা মোহাৰি মোহাৰি অলপ সঙ্কোচ ভাবে ৰামলালে কয়—"কোই নহি হ্যাঁই চাহেবজী ! থোৰা ..... ।"

"আঃ কি মস্কিল !" বুলি কৈ ইন্স্পেক্টৰ বৰুৱাই নোট কেইখন তুলি এবাৰ ইফালে সিফালে চাই লাহে লাহে ৰাইটিং পেড্টোৰ ভিতৰত সোমাই থয়। ৰামলালে ইন্স্পেক্টৰৰ ভাৱ গোপনে লক্ষ্য কৰে। ইন্সপেক্টৰে মুখত এটি বিৰক্তিৰ ভাব দেখুৱালেও যে অন্তৰে অন্তৰে খুচি হৈছে, টেঙৰ ৰামলালৰ চকুত সেইটো ধৰা পৰে।

চিগাৰেটটোত হোপামাৰি বৰ চিন্তাকুল যেন দেখুৱাই বৰুৱা চাহাবে কয়—"দেখিছেয়েতো পুলিচ চাহাব জন কেনে কঢ়া মানুহ। তাতে মেডিকেল ৰিপোৰ্টটোৰো যে কিবা পৰিবৰ্ত্তন কৰিব পৰা হব, তাৰ আশা নেদেখোঁ।"

"জী পুলিচ চাহাবতো নয়া আদমী ; আউৰ আপ্তো অনেক পুৰণা হ্যাঁই। আপকে উপৰ সব হ্যাঁই।"

"আচ্চা, আপুনি তাক মাৰোঁতে কিমান জখম হৈছিল।"

"মাৰনেকা টাইম্তো জখমি থোৰা হ্যাঁই। ক্যা কহিয়ে বাবুজী ! দিনতো উলট গয়া। মজদুৰ সব একদম্ বৰা বন্ গয়ে। মজদুৰ চলানাতো মস্কিল বাত্ হ্যায়।"

"আচ্চা, আপুনি এটা কাম কৰিব পাৰেনে ?"

জী—হুজুৰ !"

"আপুনি এজন বা দুজন লেবাৰ যেনেতেনে হাত কৰিব লাগিব।"

"সব্ লেবাৰতো এক চামিল হ্যাঁই।"

"হ'ক চামিল। সব্ লোগ্‌তো ৰূপয়াকা গোলাম হ্যাঁই।"

"আচ্ছা, দেখেঙ্গে চাহেব।"

"দেখেঙ্গে নহি কৰ্‌নাহি হোগা। "আৰু এটা কথা ৰামলাল জী!" ইন্সপেক্টৰে কয়। ৰামলালে ইন্সপেক্টৰৰ মুখৰ পিনে চাই থাকে। বৰুৱা চাহাবে পুনঃ কৈ যায়—"এজন দোকানীক আপুনি হাত কৰিব লাগিব যাতে দোকানী জনে লেবাৰটোৱে তাৰ ওচৰলৈ চাউল যাচাই কৰিবলৈ যোৱা বুলি কয় আৰু সি চাউল নাৰাখি আপোনাক খবৰটো দিয়া বুলি কয়। বুজিছে, ইয়াৰ পিচত কি কি কৰিব লাগিব সকলো কথা যথা সময়ত কম। আপুনি এতিয়া যাব পাৰে।"

"জী আপ্‌কে উপৰ সব কুছ্ হ্যাঁই।"

"আচ্ছা আপুনি যাওঁক। মই এবাৰ মেডিকেল ৰিপোৰ্টটোৰো খবৰ কৰিম। ডাঃ শইকীয়া চাহাবক কৈ মেলি চাব লাগিব। ইন্সপেক্টৰ চাহাবে কথা কেইটা কৈ শেষ কৰিছে মাথোঁন এনেতে বিহুৰামে আহি জনালে যে চাহাবক এজন মানুহে লগ পাবলৈ বিচাৰিছে। ৰামলালে নমস্কাৰ জনাই লৰালৰিকৈ বিদায় ললে। ইন্সপেক্টৰ চাহাবে মানুহ জনক ভিতৰলৈ আহিব কব কলে। বিহুৰাম ওলাই যায়। বৰুৱা চাহাবে ৰাইটিং পেডটো তুলিলৈ ড্ৰয়াৰটো টানি ভিতৰত সোমাই থয়।

পৰ্দ্দাখন ঠেলি ভুবন গোস্বামী ভিতৰলৈ সোমাই আহে, আৰু ইন্সপেক্টৰ চাহাবক যথা বিধি নমস্কাৰ জনায়। ইন্সপেক্টৰ বৰুৱাই গোস্বামীৰ মূৰৰ পৰা ভৰিলৈ এবাৰ তীক্ষ্ণ দৃষ্টিৰে চাই লয়। মাজে

মাজে ফাটমেলা খদ্দৰৰ হলৌ পঞ্জাবী চোলাটো, অযত্নত বৰ্দ্ধিত হোৱা মুখৰ দাঁড়ি গোঁফ আৰু ৰুক্ষ চুলিত বকুৱা চাহাবে দাৰিদ্ৰ্যতাৰ এটি বেচ আভাস পায়। লগতে চকুৱে মুখে যেন এটি অনাহাৰ আৰু অনিদ্ৰাৰো চিন। বকুৱাই বৰ গম্ভীৰ ভাবে সোধে—"তুমি ক'ৰ পৰা আহিছা।"

"চাৰ! মোৰ ঘৰ টিহুৰ ওচৰত। নাম শ্ৰীভুৱনচন্দ্ৰ গোস্বামী।

"বাৰু বুজিলোঁ।" পাচত ?

"বাৰু বুজিলোঁ।" বুলি শলাগোঁতে গোস্বামীয়ে বুজিলে ৰাতি ৰবিনে চাহাবক তেওঁৰ কথা নিশ্চয় কৈ ৰাখিছে। কৃতকাৰ্য্যতাৰ এটি আশাই তেওঁৰ মনত ভুমুকি মাৰে। বহুদিনৰ ব্যৰ্থতাৰ অৱসান ভাবি মনটো আনন্দত ভৰি পৰে। লগতে ৰবিনলৈ এটি কৃতজ্ঞতা জন্মে। বৰ নম্ৰ সুৰত ভুৱন গোস্বামীয়ে কয়—'চাৰ! এই গৰীবক আপুনি এটি উপায় দিব বুলি পৰম আশা কৰি আহিছোঁ।"

"মই তোমাক কি উপায় দিব পাৰোঁ? পৰিষ্কাৰ ভাবে নকোৱা কিয় ?" ইন্সপেক্টৰ বৰুৱাৰ কথাত এটি বিৰক্তিৰ ভাৱ।

"জানিব পাৰিছোঁ আপোনালোকৰ অফিচত অফিচ এচিষ্টেণ্ট লব। তাৰে এটিত......" বুলি গোস্বামীয়ে পকেটৰ পৰা দৰখাস্ত এখন উলিয়াই ইন্সপেক্টৰ চাহাবৰ আগত থলে। ইন্সপেক্টৰ চাহাবে দৰখাস্ত খনলৈ অৱজ্ঞাৰ চকুৰে এবাৰ চাই চকু ছুটা ওপৰলৈ তুলি কলে—'ইণ্টাৰভিউ কল কৰা হব। কেণ্ডিডেট অনেক। আশা নকৰাই ভাল।" কথাষাৰে গোস্বামীৰ মনটো নিৰাশ কৰি তুলিলে। অলপ আগতে যি কৃতকাৰ্য্যতাৰ আনন্দই মনক প্ৰফুল্লিত কৰি তুলিছিল মুহূৰ্ত্ততে সকলো ধূলিস্মাৎ হৈ পৰিল। তেওঁ আশ্ৰয়

লোৱা আশাৰ অট্টালিকাটো যে নিষ্ঠুৰ ৰতাহে ভাঙি চূৰমাৰ কৰি দিলে। গোস্বামীৰ মুখৰ মাত নাইকিয়া হ'ল। ইন্সপেক্টৰ চাহাবে তেওঁৰ বজ্ৰগম্ভীৰ মাতেৰে আকৌ কয়—"বুজিছা নে; চৰকাৰী চাকৰি কৰা মানুহ চুইফ্‌ট্‌ এণ্ড স্মাৰ্ট (swift and smart) হব লাগে—বিশেষকৈ পুলিচ বিভাগৰ মানুহ। মই তোমাক কবলৈ হলে এইবোৰৰ আশা এৰি কোনো স্কুল মাষ্টৰৰ চেষ্টা কৰাই ভাল।"

ভুৱন গোস্বামীয়ে মুহূৰ্ত্ততে নিজক সংযত কৰি মনটোত বল সঞ্চয় কৰে আৰু স্বাধীন মানুহৰ দৰে কৈ উঠে—"মই আপোনাৰ উপদেশ বিচাৰি অহা নাই। আহিছিলোঁ চাকৰি বিচাৰি।" ইন্সপেক্টৰ চাহাবৰ স্বাভাৱিক ৰঙা চকু দুটা স্ফিট হৈ পৰে আৰু কঠিন সুৰত কৈ উঠে—"চাকৰি কৰা মানুহৰ সংযমৰ শিক্ষা থাকিব লাগে।"

"আৰু চাকৰি দিয়া মানুহৰো প্ৰাৰ্থীক বুজিবলৈ ক্ষমতা থকা উচিত।"

"ই তোমাৰ উদ্ধতালিৰ ঠাই নহয়—গো-আউট—এটওৱান্স্।"

"ভাল মই ইয়াত থাকিবলৈ অহা নাই।" নমস্কাৰ। বুলি ভুৱন গোস্বামী ওলাই আহিল। ইন্সপেক্টৰ চাহাবে মনতে কিবা কিবি ভাবে। জগতত খাব নোপোৱাবোৰেই বৰ কথা। লগতে জোৱায়েকৰ কথা, হৰেন বৰুৱাৰ কথা মনত পৰি যায়। বাৰু, পবিত্ৰ ব্ৰত ডকাইতি কেচত অভিযুক্ত হ'ল হৰেন বৰুৱাৰ কি মুৰ কামোৰণি উঠিল। টিউচনি 'নকৰিলে কলেজৰ খৰচ নিমিলে অথচ সেই পাবাগুটোৰ আনুগত্য প্ৰকাশ কৰি টিউচনিকে এৰি দিলে। চেম-চেম (shame shame) বৰুৱাৰ মনটোৱে কয়।

উঃ! ইহঁত ডাঙৰ মানুহ হলে, ধন সম্পদৰ অলপ মুখ দেখিলে, জগতত বোধকৰোঁ কাকো থাকিব নিদিব। মনটোৱে গৰ্জ্জি উঠে— শিক্ষা দিব লাগে ইহঁতক—জনমৰ কাৰণে শিক্ষা দিব লাগে। তাৰ পাচত অলপজোৰেৰে ড্ৰয়াৰটো টান মাৰি ৰাইটিং পেডটো উলিয়াই থিয় হয় আৰু তাৰ মাজৰ পৰা নোট কেইখন আনি পেণ্টৰ তলৰ পকেটত ভৰাই বাহিৰ ওলায়।

( ১২ )

"দুখৰ মাজতেই ভগবানৰ দৰ্শন লাভ হয়।"

পবিত্ৰব্ৰত হাজতৰ পৰা আহি মাকৰ সেৱাত ব্যস্ত হ'ল। স্কুল, সেৱাদল একোলৈকে ভাবিবৰ সময় নাই। অনেক চিকিৎসা আৰু পৰিচৰ্য্যাৰ মাজতো কোনো পৰিবৰ্ত্তন নঘটিল।

এদিন সেৱাদলৰ আচামী কেইজন আহি কলে যে তেওঁলোকে কৰে কি? ধনাই, নীল আৰু ধৰমৰ আধিমাটি মালিকে কাঢ়ি লৈছে। কাৰণ তেওঁলোকক মাটি দিলে হেনো লোকচান। বাকী কেইজনকো অভিভাৱকে স্পষ্ট ভাৱে কৈ দিছে—সিহঁতৰ বাবে তেওঁলোকে পুলিচৰ খেজলতি সহিব নোৱাৰে। সেৱাদলত থাকিব খুজিলে ঘৰৰ সম্পৰ্ক এৰি নিজে নিজৰ ব্যৱস্থা কৰি লব লাগিব। চিন্তাৰ ওপৰতে চিন্তা। এনেয়ে কটা ঘা, তাতে যেন চেঙা তেলহে পৰিল। সেৱাদল! তেওঁৰ প্ৰাণৰ সেৱাদল আজি ভাঙন মুখী! সকলো মানুহৰে কি সেৱাদলৰ প্ৰতি বিষ-দৃষ্টি? দৰিদ্ৰ নাৰায়ণৰ

সেৱা কি আজিৰ মানুহে পাহৰি গ'ল? এই ভাৰত ভূমিত এদিন বিপন্নৰ ৰক্ষাৰ হেতু মানুহে প্ৰাণ দিব পাৰিছিল। সেই সাহস সেই সহানুভূতি কি আজি লোপ হৈ গ'ল? এইটো কি বিদেশৰ বিজাতৰীয়া ধৰ্ম্মৰ প্ৰভাৱ? কিয়, সকলো ধৰ্ম্মশাস্ত্ৰতেতো বিপন্নৰ উদ্ধাৰৰ আদৰ্শ আছে। পয়গম্বৰ মহম্মদে নিজে লঘোন খাটি ভোকাতুৰক খুৱাই আনন্দ লভিছিল, প্ৰভু যীশুৱে পতিত সকলক বুকুত সাৱটি ধৰিছিল আৰু আজিৰ যুগতো মহামানৱ গান্ধীজীয়ে নঙঠা ফকিৰ হৈ দৰিদ্ৰৰ কাৰণে, পতিতৰ কাৰণে কি কৰি থৈ যোৱা নাই? তেন্তে মানৱ মনৰ এই নিৰ্ম্মম অৱনতিৰ কাৰণ কি? অনেক কথা ভাবিচিন্তি পবিত্ৰই যেন মনৰ মাজত বিচাৰি পালে—আমাৰ বৰ্ত্তমান অৰ্থনৈতিক সমস্যাও এই অধঃপতনৰ বাবে অনেকখিনি দায়ী। তেওঁ মনতে আঁচনি কৰি পেলালে এই লোকসকলক তেওঁ কুটীৰ শিল্পত লগাব। কিন্তু তাৰ বাবেও যে মূলধনৰ আৱশ্যক হব। হঠাৎ হাতৰ সোণৰ আঙঠীটোলৈ চকু পৰিল। তেওঁ সেই আঙঠীটো সোলোকাই ধৰমৰ হাতত তুলি দি তাৰে লো আনিবলৈ কলে। ধনাই আৰু নীলক এঙ্গাৰ গোটাবলৈ দিহা দিলে। প্ৰথমে পবিত্ৰৰ কাৰ্য্যত তেওঁলোক আচৰিত হৈ পৰিছিল। পাচত পৰিকল্পনাটো বুজিব পাৰি তিনিয়ো উৎসাহিত হ'ল। তেওঁলোকৰ লো-পিটা অলপ অচৰপ অভ্যাসো আছে। আতাকে-পিতাকে সেই ব্যৱসায় কৰিও গৈছে। বৰ্ত্তমান বিদেশী বস্তু বজাৰ ভৰি পৰা বাবে হে তেওঁলোকৰ দিনত এৰি পেলাইছে। এতিয়া পবিত্ৰৰ পৰা এটি নতুন উদগনি পালে যদিও তেওঁৰ হাতৰ সোণৰ আঙঠীৰ বিনিময়ত লো কিনি আনিবলৈ অসম্মত হ'ল। পবিত্ৰ ব্ৰতে বুজাই কলে যে ব্যৱহাৰিক জীৱনত সোণতকৈ লোৰ মূল্য অনেক বেছি। ৰাষ্ট্ৰৰ

কাৰণে সোণৰ মূল্য আছে কিন্তু ব্যক্তিগত জীৱনত ধনীৰ বিলাসৰ সামগ্ৰীত বাহিৰে ইয়াৰ আন একো মূল্য থাকিব নোৱাৰে। তথাপি তেওঁলোক মান্তি নহ'ল। ধৰমে তেওঁৰ হাতত ৰূপ ৪০৲ টকা থকা বুলি কলে ; আৰু বৰ্ত্তমান সেই টকাৰে লো কিনা স্থিৰ কৰিলে। পবিত্ৰব্ৰতে বাকী পাঁচজনক তেওঁৰ বাৰীৰ বেত আৰু বাহেৰে বিবিধ আচবাব তৈয়াৰ কৰিবলৈ দিহা দিলে। তেওঁলোকো সম্মত হ'ল।

আগন্তুক বিপদ এটাৰ পৰা উদ্ধাৰ হ'ল যদিও দিন চেৰেকৰ পাচত আচল বিপদ আহি উপস্থিত হ'ল। পবিত্ৰৰ মাকে ইহলোক ত্যাগ কৰিলে। অমলা কান্দি কাটি অস্থিৰ হ'ল। পবিত্ৰও ব্যাকুলহৈ পৰিল। তেওঁৰ মনত নানা দুশ্চিন্তা। প্ৰথমতে, তেৱেঁই মাকৰ মৃত্যুৰ কাৰণ বুলি অনুতপ্ত হৈ পৰিল। দ্বিতীয়তে, ঘৰ খনৰ কথা। অতদিনে তেওঁ মাকৰ কাৰণে ঘৰৰ কোনো কথাকে ভাবিব লগীয়া নহৈছিল। দেৱকাৰ্য্য, পিতৃকাৰ্য্য, দেনাপাওনা, আত্মীয় স্বজনৰ সোধপোচ, সকলো আছিল মাকৰ মূৰত। হায়! মাকৰ অবিহনে আজি যদি ৰিণাই গৃহলক্ষ্মীৰূপে ঘৰখন চালালেহেঁতেন! আনহাতে অমলাকো আৰু এইদৰে ৰখা নচলে। তাইৰ বিয়াৰ সোন-কালে এটা বন্দোৱস্ত নকৰিলে নহয়। কিন্তু টকায়ে বা পায় ক'ত আৰু দৰায়ে বা পায় ক'ত? সমাজ খনত যে কি এটা বদহাৱা সোমাইছে। আজিৰ মানুহে বিয়া পাতিব খোজে টকাৰ লগত। নানা কথাই তেওঁৰ মনৰ ওপৰত ঢৌ খেলে। * * *

স্বামী কৰ্ম্মানন্দয়ো পবিত্ৰৰ মাতৃ বিয়োগৰ সংবাদ পাই আহি উপস্থিত হয়। তেওঁ পুৰাণ উপনিষদ আদিৰ পটন্তৰ ভাঙি ধৰি কৈ গ'ল—"দুখৰ মাজতেই ভগবান দৰ্শন লাভ হয়।"

পবিত্ৰই এবাৰ জগত বৰেণ্য মনীষি সকলৰ জীৱনীৰ কথা ভাবিলে।

এই সকলৰ জীৱনতো দুখ সঙ্কুল। সত্য, স্বামীজীৰ কথা অতি সত্য। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতা এশাৰী মনত পৰিল—

বিপদে মোৰে ৰক্ষা কৰো
এ নহে মোৰ প্ৰাৰ্থনা,
বিপদে আমি না যেন কৰি ভয়।
দুঃখ তাপে ব্যথিত চিতে
নাইবা দিলে সান্ত্বনা,
দুঃখ যেন কৰিতে পাৰি জয়।

* * * *

পবিত্ৰই লাহে লাহে মনক প্ৰবোধ দি মৃতকৰ কাজকৰ্ম্ম সমাধা কৰিলে। ৰিণালৈও খবৰ পঠাইছিল; কিন্তু ৰিণা নাহিল। নিজৰ মাতৃ হাৰা অৱস্থাটোৰ কথা ভাবি হঠাৎ খলিহে জানৰ ফাগুনীৰ ল'ৰাটোলৈ মনত পৰে। যিসময়ত খলিহে জানত মহামাৰী বসন্তই কালৰূপ ধৰি দেখা দিয়ে সেই সময়ত পবিত্ৰব্ৰতে তাৰ নিবাৰণৰ বাবে যথাসাধ্য চেষ্টা কৰে। দুখীয়াৰে দুখ সকলো সময়ত। বেচেৰী ফাগুনীৰ আপোন বুলিবলৈ কোনো নাছিল। ইয়াৰ ধানবানি, তাৰ ভূঁই কই বাপমৰীয়া ল'ৰাটোক প্ৰতি পালন কৰিছিল। কিন্তু মহামাৰী বসন্তৰ গ্ৰাসত তায়ো তাক এৰি গ'ল। পবিত্ৰই শৱদাহ আদি কৰ্ম্ম সমাপন কৰি ল'ৰাটোৰ বাবে মহা মস্কিলত পৰিছিল। বসন্ত ৰোগীবুলি কোনোৱে তাক আশ্ৰয় দিবলৈ মান্তি নহ'ল। নিৰুপায় হৈ শেষত ল'ৰাটোক হাস্পাতালতে ৰখাৰ বন্দোবস্ত কৰিলে। তেতিয়াৰে পৰা ফাগুনীৰ ল'ৰা লেতেৰু হাস্পাতালতে আছে। বৰ্ত্তমান সি আৰোগ্য হোৱা বুলিও পবিত্ৰই জানিব পাৰিছে। লেতেৰুলৈ তেওঁৰ বাৰ বাৰ মনত পৰে। আনহাতে অমলাৰো কোনো সঙ্গী

নাই। পেহীয়েক আহি কিছুদিনৰে পৰা আছে যদিও আৰু থাকিব নোৱাৰে। তেওঁ জুলুম লগাই দিয়ে ঘৰ খনৰ কিবা এটা বন্দোবস্ত কৰিবলৈ। পবিত্ৰই সেই দুৰ্ভগীয়া লেতেৰাক আনি চপাই ললে। জগতৰ সৰ্ব্বহাৰাৰ দলটো যেন তেওঁৰ ঘৰতে মূৰ্ত্ত হৈ উঠিল।

কমাৰ শালৰ কাম, বাঁহ বেতৰ কাম ভালেই চলিব ধৰে। পবিত্ৰই আৱশ্যকীয় কেঁচা মালৰ যোগান ধৰে আৰু বৰ্ত্তমান সমাজৰ ব্যৱহাৰোপযোগীকৈ বস্তু তৈয়াৰ কৰাৰ দিহা পৰামৰ্শ দিয়ে।

লগে লগে নিজেও অশেষ পৰিশ্ৰম কৰি দুবিঘা মাটিত কপাহ ৰোৱাৰ ব্যৱস্থা কৰে।

এদিন কপাহ নিৰাই নিৰাই পবিত্ৰই নিৰ্ম্মলক কয়—"এই শাৰীত কেইজোপা কপাহ আছে কচোন নিৰ্ম্মল।" তেওঁ তাৰ লেতেৰা নামটো সলাই নিৰ্ম্মল নাম দিছে। নিৰ্ম্মলে এজোপা এজোপাকৈ গণনা কৰি উত্তৰ দিয়ে—"এক, দুই, তিনি, চাৰি······ কুৰি জোপা।"

"বাৰু, এই কপাহৰ পৰা কি হব জাননে?"

"জানোতো, কিয় চোতালৰ কোণত থকা কপাহ দুজোপাৰ পৰা অমলা বায়ে দেখোন বগা বগা জোলাবোৰ তুলি গুটি এৰুৱাই সূতা কাটে।"

"সূতা বোৰ কি কৰে অ, নিৰ্ম্মল?"

"এয়া কাপোৰ।" নিৰ্ম্মলে তাৰ পিন্ধা কাপোৰখন দেখুৱাই কথাষাৰ কয়। তাৰ পৰ্য্যবেক্ষণ আৰু নিৰ্ভুল উত্তৰ শুনি পবিত্ৰৰ মনটো আনন্দত নাচি উঠে। আৰু তেওঁ বৰ মৰমেৰে কয়—"নিৰ্ম্মল! তোক স্কুলত নাম লগাই দিলে কেনে হয়।"

"মোৰতো এই কেইদিনতে ক ফলা অ ফলা আহি গৈছে। স্কুললৈ গলে আৰু বেছিকৈ পাৰিম নহয় ?" বৰ উৎসাহেৰে সৈতে সি কয়। পবিত্ৰই তাক স্কুলত নাম লগাই দিয়াটো মনতে স্থিৰ কৰি পেলায়। কপাহ তলিৰ পৰা গৈ পবিত্ৰ বাঁহ বেতৰ কাৰখানাত বহে। সুন্দৰকৈ বেত-বাহেঁৰে সঁজা চেয়াৰ, টেবিল, মূঢ়া, খৰাহী-পাচীবোৰ দেখি তেওঁৰ বৰ ভাল লাগে। কৰ্ম্মী কেজনক উৎসাহ দি পবিত্ৰ উঠে গা ধুবলৈ। আজি অলপ সোনকালে স্কুললৈ যাব। কাৰণ তেওঁৰ নানা ৰকম আহুকালৰ বাবে ল'ৰাবোৰৰ পঢ়া শুনাত বৰ ক্ষতি হৈ গৈছে। যোৱা কালি তেওঁৰ শ্ৰেণীৰ ল'ৰাবোৰক এঘণ্টা আগতীয়াকৈ আহিব কৈছে।

পবিত্ৰ ব্ৰতে উঠিয়েই দেখিবলৈ পালে গাৱঁৰ সি মূৰৰ তৰুণ মেধিৰ ভাগিনীয়েক মূৰলা কান্দি কাটি আহিবলৈ ধৰিছে। মূৰলা আহি ওচৰ পালত পবিত্ৰই অলপ আচৰিত ভাবে সোধে—"কি হৈছে অ' মূৰলা।" তেওঁৰ মাতত মূৰলাৰ কান্দোন যেন বেছি হৈ পৰে। তাই মুখেৰে মাতিব নোৱাৰে।

পবিত্ৰই পুনঃ সোধে—"কচোন কি হৈছে তোৰ ?"

আধাফটা ৰিহাৰ আচলটোৰে চকুলো মচি মচি মূৰলাই কয়—"মোক আপুনি এটা উপায় দিয়ক দাদা !"

"কথাটো কি নকৱ কিয় ?"

মূৰলাই কান্দি কান্দি সকলো কথা ভাঙি কলে। বেচেৰী মাউৰী ছোৱালী। সৰুতে পিতাক মাক ঢুকায়। তায়ে আছিল বাপেক মাকৰ একমাত্ৰ সন্তান। আন কোনো আশ্ৰয় নথকাত মোমায়েক তৰুণ গাওঁবুঢ়াই আনি আশ্ৰয় দিয়ে। সেই পাঁচ বছৰীয়াৰে পৰা মোমায়েকৰ ঘৰত থাকি ওঠৰ বছৰীয়া হ'ল।

মোমায়েক মামীয়েকো ঢুকাল। আজি তাই মোমায়েকৰ পুতেক তৰুণকে নিজৰ বৰ ভাই ভাবি যথাশক্তি তাৰ সংসাৰৰ কামত যোগান ধৰি আহিছে। ইটো কৰ মূৰলা, সিটো কৰ মূৰলা। তাইৰ দেহত থৰ-কাছুটি নাই। অথচ তাইৰো যে এখন ঘৰ সংসাৰ হব লাগে এই কথা ভাবে কোনে? তথাপি বেচেৰী নিজৰ সুখলৈ নাভাবি তৰুণকে আপোন বুলি খামোচ মাৰি ধৰি আছে। মানুহে মূৰলাৰ বিয়াৰ কথা উলিয়ালে তৰুণে নানা তালি-বালি কোবায়। কোনো-বাই ধৰিব আহিলেও খুটি-নাটি উলিয়াই ওফৰাই দিয়ে। মূৰলাক বিয়া দিলে যে তৰুণৰ এজনী বিনা পইচাৰ চাকৰণী ওলাই যায়। আনফালে মূৰলা ভাত কাপোৰৰ বাবেই তৰুণৰ ওচৰত পৰম কৃতজ্ঞ। তাইৰ নিচিনা নিৰাশ্ৰয়া ছোৱালী এজনীৰ বাবে যেন এয়ে যথেষ্ট অনুগ্ৰহ। তদুপৰি কোনোবা ভাত কাপোৰ দিওঁতা ওলালেও তাই অকৃতজ্ঞ হব নোৱাৰে।

যোৱা যুদ্ধখনৰ লগে লগে তৰুণৰ স্বভাৱটোৰো পৰিবৰ্ত্তন ঘটে। নিজৰ টনকিয়াল অৱস্থাটো আৰু টনকিয়াল কৰিবলৈ তৰুণে ক'লা বজাৰত বগা পোহৰ দেখিবলৈ পায়। তৰুণ মাইনৰত পবিত্ৰৰ সহপাঠী আছিল। দুবাৰো চেষ্টা কৰি মাইনৰটো পাছ কৰিব নোৱাৰি ব্যৱসায়ত লাগে। ব্যৱসায়ৰ জৰিয়তে অনেকৰ লগত খাটিৰ বাতিৰো হৈছে। তৰুণে কিন্তু পবিত্ৰক মুঠেই ভাল নাপায়। ব্লেক মাৰ্কেটৰ কথালৈ দুয়োৰো ভিতৰত এবাৰ লাগিছিলো। তেতিয়াৰ পৰা তৰুণে পবিত্ৰক পেটে পেটে ভয় কৰিলেও সুবিধা সুযোগ পালে পোতক তোলাৰ আশা এৰি দিয়া নাই। সেয়ে পবিত্ৰক পুলিচে লৈ যোৱাৰ পাচত তৰুণে নানা প্ৰকাৰে পবিত্ৰৰ কুৎসা গাই ফুৰিছিল।

আজি কালি তৰুণৰ ঘৰত গোপনে মদৰ আড্ডা চলে। মদাপী বন্ধুসকলৰ লাহে লাহে মূৰলাৰ ওপৰতো চকু পৰে। তৰুণে কিন্তু এই কথা বুজিব পাৰিও একো নকলে।

যোৱা ৰাতি হঠাৎ এজন মদাপীয়ে মূৰলাক পাশৱিক ভাৱত আক্ৰমণ কৰে। মূৰলাই পশুটোৰ হাতৰ পৰা নিজক ৰক্ষা কৰি বাঘিনীৰ নিচিনা গৰ্জ্জি উঠিল আৰু এই অসৎ বিলাকক ঘৰৰ পৰা উলিয়াই দিবলৈ তৰুণক কলে; নহলে তাই বুঢ়া-বাঢ়নীৰে কোবাই সিহঁতৰ দাঁত চিঙিব। তৰুণে বন্ধুৰ অপমানত অপমান বোধ কৰিলে। বিশেষকৈ আশ্ৰিতা এজনীৰ ইমান তেজ? তাৰ খঙে গৈ মূৰৰ চুলি পালে আৰু ভৰিৰ জোতা সোলোকাই মূৰলাৰ পিঠিত পাৰে মানে কোবালে। এই নিৰ্ম্মম অত্যাচাৰ সহিব নোৱাৰি তাই কান্দি কাটি ওলাই আহিল আৰু ৰাতিটোৰ কাৰণে ওচৰৰে মেম্বৰৰ ঘৰত আশ্ৰয় ললে। পুৱা মেম্বৰেও তাইক বিদায় দিলে। তাৰ পাচত তাই ওচৰ চুবুৰীয়াৰ অনেকৰে ঠেঙত ধৰি চাইছে; কিন্তু কোনেও তৰুণৰ ভয়ত আশ্ৰয় দিব নোখোজে। পবিত্ৰ ব্ৰতে এটা উপায় নিদিলে যে বেচেৰীৰ কোনো উপায় নাই। মূৰলাই তাইৰ পিঠিখন পবিত্ৰক দেখুৱায়। পবিত্ৰৰ গোটেই শৰীৰটো এবাৰ কঁপি উঠিল। জোতাৰ কোৱত ওলোৱা তেজৰ চেকা যে এতিয়াও লাগি আছে! উঃ, নিৰ্দ্দোষী ছোৱালী এজনীৰ ওপৰত কি অমানুষিক অত্যাচাৰ? তেন্তে ইয়াত তেওঁৰ কি কৰ্ত্তব্য নাই? নিজকলৈয়ে আজি পবিত্ৰৰ হাহাকাৰ। তাতে তৰুণৰ লগত তেওঁৰ যি ভাব চলি আহিছে—মূৰলাক আশ্ৰয় দিলে তৰুণতো মহাশত্ৰু হৈ উঠিব। আনহাতে এই আশ্ৰয়ক মানুহবোৰে বা লয় কি বুলি? কিন্তু মূৰলা আজি তেওঁৰ শৰণাগত। তাইক বিতাৰিত কৰি দিয়াটো

কি তেওঁৰ উচিত হব? পবিত্ৰ যেন এটা জটিল সমস্যাৰ মাজত সোমাই পৰে। অমলাই আঁতৰৰ পৰা সকলো শুনি আছিল। নাৰীৰ প্ৰতি জন্মা নাৰী হৃদয়ৰ সহানুভূতি এটাই তাইক অভিভূত কৰি তোলে। অমলাই দাদায়েকৰ ওচৰ চাপি আহি কয়—"দাদা বেচেৰীৰ কোনো উপায় নাই। তাই বৰ্ত্তমান আমাৰ ঘৰতে থাকক। মোৰো অকলে অকলে ভাল নালাগে।"

"অমলা! তোৰ ফকীৰ দাদাৰ আশ্ৰয় দিবলৈ জানো কিবা সংস্থান আছে?"

"আপুনি সেইবাবে ভাবিব নালাগে। মূৰলাৰ নিচিনা কৰ্ম্মঠ এজনীক কোনেও জীৱিকাৰ সংস্থান কৰি দিবৰ আৱশ্যক নকৰে। আহ মূৰলাবাই! আমি দুয়ো বাই-ভনী মিলি তাঁত চলাম।"

অমলাৰ সাহস আৰু সহানুভূতি দেখি পবিত্ৰ মুগ্ধ হৈ পৰিল। তেওঁ কোনো কথাকে কব নোৱাৰে। অমলাই মূৰলাক হাতত ধৰি ভিতৰলৈ টানি নিলে। পবিত্ৰই চিত্ৰাৰ্পিতৰ দৰে একে থৰে চাই থাকিল। মনতে জাগি উঠিল আন এটি পৰিকল্পনা—তাঁতশাল।

---

(১৩)

ৰঙিয়াৰ উত্তৰে ঝাৰণি খন। অটব্য ঝাৰণি। এসময়ত এই ঠাইতে আৰিমত্ত ৰজাই ৰাজধানী পাতিছিল। আজিও আৰিমত্ত ৰজাৰ গড়ৰ চিন দেখিবলৈ পোৱা যায়। কালৰ কি যে বিচিত্ৰ গতি! যি এদিন আছিল বীৰৰ আবাসভূমি সি গৈ হয় বাঘ ভালুকৰ লীলাভূমি। কিন্তু আজি পাঁচ বছৰৰ পৰা ইয়াৰ পুৰণি শ্ৰী যেন আকৌ উভতি

আহিব ধৰিছে। বৰ্ত্তমান ইয়াত এখন আদৰ্শ আশ্ৰম স্থাপিত হৈছে। এই আশ্ৰম ৰঙিয়া ষ্টেচনৰ ৮ মাইল উত্তৰে। এসময়ত বাঘ ভালুকৰ অত্যাচাৰত যি ঠাইলৈ দিনতে যাব নোৱাৰিছিল ; সেই ঠাই আজি হাবি বন শূন্য জনপূৰ্ণ হৈ উঠিছে। যাতায়াতৰ সুন্দৰ সুগম পথ তৈয়াৰ হৈছে। আশ্ৰমলৈ অহা যোৱা কৰা মানুহ সকলো সময়তে পোৱা যায়।

আশ্ৰমৰ প্ৰতিষ্ঠাতা স্বামী কৰ্ম্মানন্দ। তেওঁৰ প্ৰকৃত পৰিচয় কোনেওঁ নাজানে। শান্ত, উজ্জ্বল চকুজুৰিৰে বগা, ওখ আৰু হৃষ্ট-পুষ্ট মানুহজন। জন কল্যাণেই তেওঁৰ জীৱনৰ ব্ৰত। দেখিলে এনে অনুমান হয় তেওঁ যেন গীতাৰ কৰ্ম্ম যোগৰ কৰ্ম্মী, জ্ঞান যোগৰ জ্ঞানী আৰু ভক্তি যোগৰ ভক্ত।

প্ৰায় ২০০ পুৰা মাটিৰ বিৰাট বেষ্টনি এটাৰ মাজত আশ্ৰমখন। দক্ষিণ ফালে আশ্ৰমৰ মূল গেট। পকা কৰা তোৰণৰ ওপৰত কটা কটা আখৰেৰে লিখা আছে—"বৈদ্যৰগড় আশ্ৰম"। মূলগেটেৰে সোমাই আশ্ৰমখনৰ দুটা ভাগ চকুত পৰে।

পূবৰ অংশত উত্তৰা-দক্ষিণাকৈ সঁজা এশাৰী ঘৰ। এই ঘৰবোৰত শাৰী শাৰী পতা আছে তাঁত শাল আৰু তাৰ পৰা অবিৰত ভাবে মাকোৰ শব্দ উঠে—খট্—খট—খট্। এইশাৰী ঘৰৰ মূৰতে পুবা-পশ্চিমাকৈ সঁজা আছে আৰু এশাৰী ঘৰ। সেইবোৰৰ কোনো-টোত এড়ি পলু, কোনোটোত মুগাপলু আৰু কোনোটোত পাটপলু। পশ্চিমৰ অংশতো উত্তৰা-দক্ষিণাকৈ সজঁা এশাৰী ঘৰ। এই ঘৰবোৰত খেতিৰ বিবিধ সঁজুলি। ইয়াৰ উত্তৰ মূৰত পূবা-পশ্চিমাকৈ সঁজা আন এশাৰী ঘৰ। তাৰ কোনোটোত ধান, কোনোটোত সৰিয়হ, কোনোটোত মাহ, কোনোটোত আলু, কোনোটোত বা বিবিধ শাক পাচলি ৰখা হৈছে।

দুয়ো অংশৰ মাজতে আশ্ৰমৰ দপ্তৰ। দপ্তৰৰ বাৰান্দাত আৰি থোৱা আছে এটি বেল আৰু বেৰত লগাই ৰখা আছে নিৰ্দ্দিষ্ট কাৰ্য্যসূচী। বেলৰ প্ৰতিটো শব্দই কাৰ্য্যসূচী সোঁৱৰাই যায়। দপ্তৰৰ সম্মুখত পকা কৰা বেদীৰ সোঁ মাজত আশ্ৰমৰ পতাকা। ই যেন বতাহত হালি হালি মানুহবিলাকক হাত বাউলি দি মাতে।

দপ্তৰ পাৰহৈ অলপ উত্তৰলৈ গৈ পোৱা যায় আশ্ৰমবাসীৰ আবাস গৃহ। ইয়াৰো ভাগ দুটা। আৰু দুয়োৰো ব্যৱধান প্ৰায় দুই ফাৰ্লং। পূবৰ ভাগটোত তিৰোতাসকল আৰু পশ্চিমৰ ভাগটোত পুৰুষসকল থাকে। দুয়ো নিবাসৰ মাজতে প্ৰাৰ্থনা ঘৰ, ৰন্ধাঘৰ আৰু খোৱাঘৰ। ৰন্ধা বঢ়া কাম তিৰোতাবোৰে পাল পাতি কৰে। কোনোবাই ইচ্ছা কৰিলে স্বকীয়া ভাবে খোৱাৰ ব্যৱস্থাও আছে। দপ্তৰখানা আৰু প্ৰাৰ্থনা ঘৰৰ মাজতে আশ্ৰমৰ অধ্যক্ষ স্বামীজীৰ থকা ঘৰ। এই অংশটো এৰিগৈ উত্তৰে আৰু এশাৰী নিবাস পোৱা যায়। কোনোবাই সপৰিয়ালে আশ্ৰমবাসী হব খুজিলে ইয়াতে থাকিব পাৰে। বৰ্ত্তমান আশ্ৰমৰ কাৰণে চৰকাৰে এখন ডাক্তৰখানা আৰু এটি পোষ্ট অফিচ মঞ্জুৰ কৰিছে। তদুপৰি আশ্ৰমৰ উন্নয়ন কামৰ বাবে চৰকাৰে কিছু সাহায্যও দিছে।

স্বামী কৰ্ম্মানন্দই অন্ন আৰু বস্ত্ৰ এই দুটা সমস্যাৰ সমাধানৰ ওপৰত ভিত্তি কৰি আশ্ৰমখনৰ আঁচনি তৈয়াৰ কৰিছে। তাৰে কৃতকাৰ্য্যতাৰ বাবে পুৰুষবোৰক লগাইছে কৃষি ক্ষেত্ৰত আৰু তিৰোতা-বিলাকক লগাইছে বয়ন কাৰ্য্যত। স্বামীজীৰ কৰ্ম্ম নৈপুণ্য আৰু তৎপৰতাৰ কাৰণে অতি কম সময়ৰ ভিতৰতে আশ্ৰমখন শ্ৰীমন্ত আৰু আদৰ্শ স্থানীয় হৈ উঠিছে।

নল খাগৰিৰ ঠাইত আজি শস্য শ্যামলা ক্ষেত্ৰ তৈয়াৰ হৈছে। বগৰী, মইনৰ ঠাইত আম, কঠাল, লিচু, সুমথিৰা, নেমু, নাৰিকল, তামোল আদি গছৰ শাৰীয়ে শোভা বঢ়াইছে। কৰ্ম্মীসকলে কাৰ্য্য তালিকা অনুসৰি যেতিয়া কাম কৰিব ধৰে এনে অনুমান হয় যেন এটি যন্ত্ৰ চলিব ধৰিছে। কোনোৱে শস্য ৰোৱে, কোনোৱে কোৰ মাৰে, কোনোৱে পানী যোগায়, কোনোৱে শস্য চপায়। আঃ ! কি মনোৰম দৃশ্য। আশ্ৰমৰ বুকুত শুকান নিৰ্জ্জীৱ খৰালিও যেন সৰস সজীৱ হৈ উঠে। তাহানিৰ নিৰ্জ্জন বননিৰ বাঘ ভালুকৰ গোঙৰণিৰ ঠাইত আজি আশ্ৰমবাসীৰ মধুৰ ভজনধ্বনি শুনা যায়। সুমথিৰা, লিচু, আম, আদিৰ কলমবোৰত যেতিয়া আশ্ৰমবাসিনী-সকলে পানী দিয়ে, তেতিয়া এনে অনুমান হয় যেন তাহানিৰ কণ্বঋষিৰ আশ্ৰমত শকুন্তলা, অনুসূয়া, প্ৰিয়ম্বদা আদিয়ে গছৰ গুৰিত পানী ঢালিছে।

স্বামী কৰ্ম্মানন্দই দপ্তৰত ৰহি তেওঁৰ আচনিবোৰ পৰীক্ষা কৰি চাইছে। উৎপাদনৰ হিচাব এটা এটাকৈ মিলাই যাবলৈ ধৰে। প্ৰথম বছৰ, দ্বিতীয় বছৰ, ক্ৰমে চলিত বছৰৰ এটা এটাকৈ মিলাই যাবলৈ ধৰে। প্ৰথম বছৰ, দ্বিতীয় বছৰ ক্ৰমে চলিত বছৰৰ এটা তুলনা কৰি চায়। সফলতাৰ আনন্দত তেওঁৰ চকুজুৰি উজ্জ্বল হৈ উঠে। নিজৰ মনতে কৈ যায়—দেৱান্‌ভাৱয়তানেন তে দেবা ভাবয়ন্তু বঃ।

পৰস্পৰং ভাবয়ন্ত শ্ৰেয়ঃ পৰমাবাপ্স্যৰ্থ।

এনেতে আশ্ৰম বাসী এজনৰ লগত যুৱক এজন আহি দপ্তৰ সোমাই নমস্কাৰ জনালে। স্বামীজীয়ে মুৰ তুলি প্ৰতি নমস্কাৰ জনাই কৈ উঠিল—"আহক ! আহক ! আপুনি যে এই দৰে আহি ওলাব ভৱাই নাছিলোঁ।"

"আপুনি দয়া কৰি মোক তুমি বুলিলে পৰম বাধিত হম।"

"অ, মই পাহৰিয়েই গৈছিলোঁ, সিদিনাও এই অনুৰোধকে কৰিছিল নহয় নে? বাৰু, বাৰু, তোমাৰ আগমনত বৰ সুখী হৈছোঁ। হলিৰাম! তুমি এওঁক ভোজনশালালৈ লৈ গৈ প্ৰথমে খোৱা বোৱাৰ এটা ব্যৱস্থা কৰা। তাৰ পাচত আমি কথা বতৰা হম।"

"মই খোৱা বোৱা কৰি আহিছোঁ। এতিয়া খোৱা বোৱাৰ কোনো আৱশ্যক নকৰে।"

"তেন্তে হাত মুখ ধুই অলপ ফলাহাৰকে কৰাগৈ। অন্ততঃ পথ-শ্ৰমটো লাঘৱ হব।"

নবাগত যুৱকে আৰু আপত্তি কৰিবলৈ টান পালে। হলিৰামে তেওঁক লগত লৈ ভোজনশালালৈ গ'ল। স্বামীজীয়েও তেখেতৰ অসমাপ্ত কামত মন দিলে।

ভুৱন গোস্বামীয়ে যিদিনা পুলিচ ইন্সপেক্টৰক দেখা কৰি হতাশ হৈ ফিৰিছিল সিদিনা তেওঁৰ কৰ্ম্মানন্দ স্বামীৰ লগত দেখা হয়। কৰ্ম্মানন্দ স্বামী এটি বিশেষ আমন্ত্ৰণত শৰণীয়া আশ্ৰমলৈ গৈছিল আৰু ডাঃ বৰুৱাৰ অনুৰোধত ৰাতিটো থাকিব লগীয়া হয়। পিচ দিনা আহোঁতে ভুৱন গোস্বামীৰ সৈতে একে গাড়ীতে আহে। ইয়াতে দুয়োৰো ভিতৰত নানা আলাপ আলোচনা হয়। গোস্বামীৰ নিবনুৱা অৱস্থাৰ কথা জানিব পাৰি স্বামীজীৰ সহানুভূতি জন্মে। তেওঁ ভুৱন গোস্বামীৰ চকু মুখলৈ চাই এটা বিৰাট কৰ্ম্ম শক্তি লুকাই থকা দেখিবলৈ পায়। কথা প্ৰসঙ্গত স্বামীজীয়ে তেওঁৰ আশ্ৰম পৰিচালনা কামত সহায়তা কৰিবলৈ এজন উপযুক্ত লোক লাগে বুলি জনালে। লগতে গোস্বামীক এবাৰ আশ্ৰমলৈ মাতিলে।

ভুৱন গোস্বামীক ললিত মহাজনৰ কথাষাৰে বৰ চঞ্চল কৰি তুলিছিল ; তদুপৰি চাকৰিৰ চেষ্টাত বাৰে বাৰে ব্যৰ্থ হৈ হতাশ হৈ পৰিছিল। সেয়ে স্বামীজীৰ কথা শুনি আশ্ৰমবাসী হবলৈ ইচ্ছা হয়। তাৰ পাচত তেওঁ মাকৰ লগত কথা হ'ল। মাকে প্ৰথমে স্বামীৰ ভিটাটো এৰিবলৈ অসম্মত হৈছিল যদিও পুতেকৰ নানা প্ৰকাৰ বুজনিত সম্মত হ'ল। কিন্তু কথা হ'ল কেনে আশ্ৰম, চলিব লাগে বা কেনে ভাবে! তেওঁ ভুৱনক সকলো কথাৰ ভালকৈ আঁতিগুৰি লব কলে। ভুৱন গোস্বামী আজি আশ্ৰমৰ আঁতিগুৰি লবলৈ আহিছে।

স্বামীজীয়ে লৰালৰিকৈ দপ্তৰৰ কাম সমাধা কৰি ভুৱন গোস্বামীক আশ্ৰমৰ চাৰিওফাল দেখুৱালে। ভুৱন গোস্বামীয়ে পূৰ্ব্বে ভাবিছিল বৰ্ত্তমান যুগত গতানুগতিক ভাবে চলা আশ্ৰম-বোৰৰ দৰে এখন আশ্ৰম বুলি ; কিন্তু এতিয়া প্ৰত্যক্ষভাৱে তেওঁ যি দেখিলে তাতে একেবাৰে মুগ্ধ হৈ পৰিল। স্বামীজীয়েও ভুৱন গোস্বামীৰ পৰ্য্যবেক্ষণ প্ৰণালী আৰু আৱশ্যকীয় প্ৰশ্ন শুনি আনন্দিত হ'ল। আশ্ৰমৰ সকলো খিনি চাই-চিতি উঠি গোস্বামীয়ে স্বামীজীক কলে—"আপুনি দয়া কৰি স্থান দিলে এই দীনৰো আশ্ৰমবাসী হোৱাৰ ইচ্ছা।"

"তোমাক পালে মই ধন্য মানিম।" স্বামীজীয়ে আনন্দেৰে কয়।"

"কিন্তু মোৰ এটি সমস্যা আছে।"

"নিঃসন্দেহেৰে খুলি কব পাৰা।" স্বামীজীৰ পৰা আশ্বাস পাই গোস্বামীয়ে নিজৰ সকলো কথা জনালে। স্বামীজী শুনি কলে যে গোস্বামীৰ মাকৰ ফালৰ পৰা কোনো প্ৰকাৰৰ আপত্তি

নাথাকিলে তেখেতকো ইয়ালৈ আনিব পাৰিব। পৰিয়াল হিচাবে বাস কৰাৰো ব্যৱস্থা আছে। দুয়ো কথা বতৰা হৈ থাকোঁতে প্ৰাৰ্থনা ঘৰৰ ঘণ্টা বাজি উঠিল। স্বামীজীয়ে কলে—"আজি ৰবিবাৰ। আশ্ৰমবাসীসকলে এবেলাহে কাম কৰে। আবেলি গীতা, ভাগৱত, কোৰাণ, বাইবেল আদি ধৰ্ম্ম-শাস্ত্ৰৰ আলোচনা হয়। এতিয়া তোমাক বিদায় দিওঁ। আজি নহলেও আনকাল এনেকুৱা সময়ত তোমাকো পাম বুলি পৰমেশ্বৰৰ ওচৰত খাটিলোঁ।" স্বামীজী প্ৰাৰ্থনা ঘৰবুলি যাবলৈ ওলাল। ভুৱন গোস্বামীয়েও স্বামীজীক সভক্তি প্ৰণাম এটি জনাই বিদায় ললে। আহোঁতে ওৰেবাটে স্বামীজীৰ কথা মনত পৰে। ভক্তি, শ্ৰদ্ধা আৰু আপোন ভাৱত স্বামীজীৰ প্ৰতি মূৰ দো খাই আহে।

---

## ( ১৪ )

ড্ৰইং ৰুমৰ ভিতৰত ৰিণাই উৎকণ্ঠিত ভাবে ইফাল সিফাল কৰে। তাইৰ কাণ দুখনে কাৰবাৰ পদধ্বনিলৈ প্ৰতীক্ষা কৰে। ৰুমৰ দেৱালৰ গাত লাগি থকা ঘড়ীটোত ঘণ্টা বাজি উঠে—এক-দুই। এটা বজাতে ৰবিনৰ অহা কথা ; কিন্তু এতিয়াও যে আহি নাপালে ? তেন্তে কি তেওঁ তাইক ভাল নাপায় ? ৰিণাৰ মনটোৱে কয়। পিচ মুহূৰ্ত্তে সেই ভাৱ মনৰ পৰা আঁতৰি যায়। নহয়, হব নোৱাৰে, সেই যে তেওঁৰ চিঠিবোৰ। "মই যে আজি হেৰোৱা বস্তু লাভ কৰিছোঁ।"—ৰবিনে জানো প্ৰাণৰ ভাষা সানি লিখা নাই ? আৰু আজি এমাহ ধৰি তেওঁ কত চেষ্টা কৰিছে তাইৰ মন প্ৰফুল্লিত

ৰাখিবলৈ। মাজে মাজে কোৱা কথাবোৰ—“ৰিণা তুমি স্বৰগৰ পৰা নামি অহা মন্দাকিনী” ইত্যাদি। কিন্তু ৰিণা যে বিবাহিতা? বিবাহিতা!—হোমৰ গুৰিত দুটা পক্ষই সাঙুৰি দিয়া এটা অন্ধ সংস্কাৰৰ মিলন—য'ত ইটোৱে সিটোক নাজানে, যাৰ প্ৰাণৰ ভাষা মূক, সিয়ো এটা বিবাহ? ই এটা নাৰীৰ প্ৰতি পুৰুষে কৰা অমৰ্য্যাদা। বিপ্লৱ লাগে—ইয়াৰ এটা বিপ্লৱ লাগে। ৰবিনেতো সিদিনা স্পষ্ট ভাৱে কৈছিল—“মই বিপ্লৱ আনিম ৰিণা! সমাজৰ এক প্ৰান্তত অকলে থিয়হৈ বিদ্ৰোহ কৰিব লগীয়া হলেও মই ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰিম।” বেৰত আঁৰি থোৱা মহাত্মা গান্ধীৰ ছবি খনলৈ চকু পৰে। ৰিণাই অনুভৱ কৰে গান্ধীটোৱেও যেন নাৰী স্বাধীনতাৰ এই বিপ্লৱৰ কথা শুনি আনন্দ পাইছে।

ৰিণা গৈ ড্ৰেচিং টেবিলৰ আয়না খনৰ সন্মুখত থিয় হয়। আয়নাত প্ৰতিফলিত হোৱা শৰীৰটো দেখি যেন নিজৰ ৰূপতে নিজে আত্মহাৰা হৈ পৰে। হঠাতে অহা এছাটি বতাহে কাণৰ দুয়োকাষে অসংযত হৈ পৰা চুলি কেডাল মান লৰাই তোলে। তাৰ স্পৰ্শত গৌৰৱ অনুভৱ কৰি লৰি উঠে যেন কাণৰ ইয়াৰিং দুটা। হঠাতে ৰিহাৰ আচলটো নামি যায় আৰু মুক্তহৈ পৰে পিনোন্নত বক্ষস্থল। ৰিণাই ততাতৈয়াকৈ তুলি লয় পৰিযোৱা ৰিহাৰ আঁচলটো। চকিত হৰিণীৰ দৰে ঘূৰি চায় এবাৰ দুৱাৰ মুখৰ পিনে। বাৰান্দাত কাৰবাৰ ভৰিৰ শব্দ শুনে। মনটোৱে কয়—তেওঁ আহিছে। শৰীৰটো অলপ কঁপি উঠে। এনেতে চাপৰাচী বিষ্ণুৰামে দুৱাৰ দলিৰ বাহিৰৰ পৰা মাত লগাই কয়—“বৰ আই-দেউ। আপুনি বশিষ্ঠা শ্ৰমলৈও নগ'ল। বাপুটিও নাই। কিবা অলপ নাথাব জানো?”

"সেই বিষয় তই ভাবিব নালাগে। আৱশ্যক হলে মই নিজেই যোগাৰ কৰি খাব পাৰিম।"

"ভাল তেন্তে। মালী বেটাও গৈছে নহয়। মই অলপ বাগান খনতে চকু দিওঁ গৈ।" বিষ্ণুৰাম গুচি গ'ল।

ৰিণা অকল শৰীয়া হলেও ইমান সময় এটি সুখৰ সপোনৰ মাজত ভাহি আছিল। হঠাৎ যেন তাই নিঃসহায় হৈ পৰিল। নীৰৱ ঘৰ খনত অকলে অকলে থাকিবলৈ যেন বৰ বেয়া লাগে। তাই লাহে লাহে আহি বাৰান্দা পায়। অদূৰত থকা ব্ৰহ্মপুত্ৰলৈ এবাৰ লক্ষ্য কৰে। মহাবাহু ব্ৰহ্মপুত্ৰত ঢৌ উঠে। ঢৌৰ কোবত ৰূপৰ লডাবোৰ যেন ছিটিকি পৰে। এখন, দুখন, তিনিখন—সৌ কেবা খনো নাও। ঢৌৰ চেৱে চেৱে নাওবোৰ নাচে। বোধ হয় কোনোবা মাছমৰীয়াৰ নাও। চকুত পৰে উমানন্দৰ ফালৰ পৰা আহিব ধৰা নাও এখন। হয়তো কোনোবা উমানন্দৰ যাত্ৰী হব। উমানন্দ—ভস্মাচল! এই পাহাৰতে হেনো এদিন যোগীৰাজ শিৱৰ কোপত পৰি কামদেৱ ভস্ম হৈছিল। কামদেৱ—তেওঁৰ ফুলধনু! ৰিণাৰ মনত কামদেৱৰ ছবি এটা ভাহি উঠে। তেওঁ চকু দুটা এবাৰ মুদি দিয়ে। এনেতে কামদেৱৰ ঠাইত ৰবিনৰ মূৰ্ত্তি টোৱে ঠাই ললে। আকৌ চকু দুটা মেলি ব্ৰহ্মপুত্ৰলৈ চালে। সেই ধকৃধকীয়া বগা উৰ্ব্বশী স্তম্ভটো। মনত পৰে নেওঁগৰ কৱিতা এফাঁকি—

উঠাহে উৰ্ব্বশী, উঠাহে প্ৰেয়সী
যৌৱনৰ সাদৰী সখা।

উৰ্ব্বশী! স্বৰগৰ অপ্সৰা উৰ্ব্বশী। উঃ, বেচেৰী আজিও যেন মৰ্ম্ম বেদনা বুকুত বান্ধি উমানন্দ শিৱৰ পদ প্ৰান্তত পৰি আছে। নিজৰ লগত তুলনা কৰি ভাবে—তাইৰ জীৱনটোও আজি উৰ্ব্বশীৰ জীৱনৰ

দৰে পাষাণ হৈ পৰিছে। মনতে প্ৰশ্ন উঠে—বাৰু! প্ৰণয় বলিয়া কৰিব চেনেহৰ আহ্বানত উৰ্ব্বশী কি আকৌ জাগি মুঠিব? মনৰ এটি চুকত লুকাই থকা সঙ্কোচ ভাৱ এটিয়ে আহি হঠাৎ ভুমুকি মাৰিলে। উৰ্ব্বশীয়ে অসীম ধৈৰ্য্যেৰে দুৰ্ব্বাসাৰ দুৰ্ব্বাৰ অভিশাপ যেন যুগ যুগান্তৰলৈ মূৰ পাতি লৈছে। তেন্তে তায়ে বা নোৱাৰে কিয়? আকৌ এটি সঙ্ঘৰ্ষ। প্ৰগতিশীল মনটোৱে কৈ উঠিল—নহয়, নহয়, পাষাণ উৰ্ব্বশী নাজাগিলেও তাইৰ নিচিনা জীৱন্ত উৰ্ব্বশীবোৰ আজিৰ জগতত জাগিব লাগিব। ৰিণা বাৰান্দাৰ পৰা গৈ আকৌ কমত সোমায়। ঘড়ীলৈ চাই দেখিলে আঠেটা বাজে। এটা নিৰাশ নিৰানন্দৰ ভাৱ মনৰ ওপৰেদি বাগৰি যায়। ড্ৰইং কমৰ গাতে লগা তেওঁ থকা কমটোলৈ গৈ বাকচ এটা খুলি কেইখন মান চিঠি উলিয়াই লয়। ৰিণাৰ বৰ গৰম লাগে। ফেনখন খুলিদি চেয়াৰ এখনত বহিলৈ বৰ মনোযোগেৰে চিঠি পঢ়ে।

এনেতে বাহিৰত কোনোবাই মাতে—"ৰিণা।" পৰিচিত কণ্ঠস্বৰ। ৰিণাই লৰালৰিকৈ চিঠিবোৰ সামৰি বিছনাৰ তলত ৰাখি ওলাই আহিল। ৰবিনো ড্ৰইং কমৰ ভিতৰ সোমাই চকি এখন টানিলৈ বহিল। ৰিণাই ৰবিনক অলপ বহিবলৈ কৈ চাহ কৰিবলৈ ওলায়। ৰবিনে কিন্তু বাধা দি কয়—"তোমাৰ আৰু কষ্ট কৰিবৰ আৱশ্যক নকৰে। আজি আমাৰ ঘৰলৈ ভবেশদা আহিছে নহয়। তেওঁৰ লগত এই মাথো চাহজলপান খাই উঠিলোঁ। তাতে মা'ই আজি যিহে জল পানৰ যোগাৰ কৰিছে। ভনীয়েকৰ ল'ৰাতো, তাতে হৈছে বিলাত ফেৰং।"

"সেই বিলাত ফেৰং ডাঃ ভবেশ ভাগৱতী"।

"এৰা, সৰস্বতীৰ বৰ পুত্ৰ"। কথাষাৰ কৈ ৰবিনে এবাৰ ৰিণাৰ মুখলৈ চায়। আগতকৈও ধুনীয়া যেন লাগে ৰিণাজনীক। ৰবিনে

ৰিণাৰ বৈ পৰা চেলাউৰীত কামদেৱৰ পঞ্চশৰ দেখিবলৈ পায়। ৰিণাই তললৈ মূৰ কৰে। দুয়ো মৌন।

"মৌনতা ভেদ কৰি ৰবিনে কয়—"আজি ঘৰত কোনো নাই নেকি ?"

"এৰা, আজি গোটেই খন বশিষ্ঠাশ্ৰমলৈ গৈছে। ফিৰিব গধূলিৰ আগে আগে।"

"তেন্তে ঘৰত তুমি অকল শৰীয়া।"

"সেই বাবেতো আপোনাক মাতি পঠাইছিলোঁ। অকলে থাকি মুঠেই ভাল নালাগে"।

"এৰা, ময়ো এক বজাতে আহিম বুলি কৈ সেই অপগণ্ড ভবেশটোৰ···।

"ৰবিনৰ কথা শেষ হবলৈ নিদি ৰিণাই কৈ উঠে—বাৰু ৰবিনদা! ডাঃ ভবেশ ভাগৱতী বৰ ধুনীয়া নহয় জানো?" কথাৰ লগে লগে ৰিণাই টেবিলৰ এটি মূৰত হাত এটি পিচলৈ ৰাখি এক অপৰূপ ভঙ্গীত ৰবিনৰ নিচেই কাষতে বহে। ৰবিনৰ কিন্তু ভবেশৰ ৰূপৰ প্ৰশংসাত বিশেষকৈ ৰিণাৰ মুখত সমূলি ভাল নালাগে। ভবেশৰ ওপৰত হঠাতে তেওঁৰ এটি ঈৰ্ষা ভাৱ জাগি উঠে। ৰিণাই ৰবিনৰ ভাৱৰ পৰিবৰ্ত্তন লক্ষ্য কৰে। চকু দুটা ওপৰলৈ তুলি ৰিণাৰ কথাকে শলাগি ৰবিনে কয়—"এৰা, ভালৰ ভাল সৰ্ব্বটি কাল।"

"কিন্তু আপোনাতকৈ ভবেশ ভাগৱতী কেতিয়াও ধুনীয়া হব নোৱাৰে।"

"সেইটো তোমাৰ কৱিতা মাথোন।"

"তেন্তে মই আৰু আপোনাক কোনো কথাকে নকওঁ।" কথাৰ লগে লগে ৰিণাই মুখ খন অভিমানত ওন্দোলাই পেলায়। ৰবিনে

টেবিলৰ কোণত পৰিথকা ৰিণাৰ হাতটো তুলিলৈ আলফুলকৈ নিজৰ দুই হাতৰ মাজত সুমাই কয়—"তুমি খং কৰিলা নেকি ৰিণা। মোৰ ভুল জানো ক্ষমা নকৰা।" বৰ মৰম সনা মাতেৰে কয়। ৰিণাই মূৰটো তুলি চাবলৈ ধৰোঁতে হঠাৎ চাৰি চকুৰ মিলন হয়। অভিমানৰ বালিৰ বান্ধ ভাঙি যায়। ৰবিনে ৰিণাৰ হাতটো বুকুৰ মাজলৈ টানি লয়। তাইৰ গোটেই শৰীৰৰ ওপৰেদি এটি তড়িত প্ৰবাহ বৈ যায় আৰু ক্ৰমে ৰবিনৰ ফাললৈ দো খাই পৰে। ৰিহাৰ আচলটো তললৈ নামি পৰাত চিল্কৰ পাতল ব্লাউচটোৰ তলত ৰিণাৰ মদন বিহ্বল বিশাল বুকুৰ সৌন্দৰ্য্য এটা প্ৰকটিত হৈ উঠে। ৰবিনৰ প্ৰতি সিৰে সিৰে তপত তেজৰ সোঁত এটি খৰতৰ গতিত ববলৈ ধৰে। তেওঁ অজ্ঞাত সাৰে ৰিণাৰ হাতখন বুকুত চেপি ধৰে। ৰিণাই হাতখন টানিলৈ কয়—"চাওঁ এৰি দিয়ক বৰ গৰম।" তাই গৈ ফেন খন খুলি দিয়ে। ৰবিনে এটি হতাশৰ হুমুনিয়াহ কাঢ়ে।

ৰিণাই লাহে লাহে ৰবিণৰ কাষলৈ আহি কঁপা কঁপা মাতেৰে কয় "এটা কথা সুধিব খুজিছোঁ ৰবিনদা!" তাইৰ কথাত যে সঙ্কোচৰ ভাব। আজি ৰিণাই ৰবিনৰ পৰা যি কথাৰ স্পষ্ট সমিধান লব বুলি মাতি পঠাইছিল সময়ত যেন সেইটো প্ৰকাশ কৰিব নোৱাৰে। তললৈ মূৰ কৰি বাওঁ ভৰিৰ চেণ্ডেলৰ আগেৰে কমত পাৰিথোৱা কাৰ্পেটখন ঘঁহিবলৈ ধৰে। ৰবিনে ৰিণাক টান মাৰি আনি কোলাত বহুৱাই লয় আৰু বৰ আদৰেৰে বেণীটো পিহি পিহি কয়— "কোৱা! কি কব খুজিছা ৰিণা?" ৰবিনৰ কোলাত লেটু সেটু হৈ পৰা ৰিণাৰ দেহটো নিৰ্ব্বাক নিস্পন্দ হৈ পৰে। তাই উঠিব খুজিও যেন উঠিবলৈ বল নাপায়।

"কোৱা বিণা! সঙ্কোচ কৰিছা কিয়?" ৰবিনে আকৌ কয়। বিণাই এইবাৰ শৰীৰৰ সমস্ত শক্তি গোটাই চেয়াৰৰ এৰাঁতিৰ ফালে হালি পৰা মূৰটো তুলি এবাৰ ৰবিনলৈ চায় আৰু থোকা থুকি মাতেৰে কয়—"তুমি মোক আচলতে ভাল পোৱা নে ৰবিনদা।"

ৰবিনে আবেগতে দুইবাহুৰে বিণাৰ দেহটো আলাসতে তুলিলৈ থিয় হয় আৰু ব্ৰহ্মপুত্ৰলৈ লক্ষ্য কৰি কয়—

"বিশ্বাস কৰা বিণা! মই তোমাক মোৰ প্ৰাণতকৈও ভাল পাওঁ। এই বিশাল ব্ৰহ্মপুত্ৰ সাক্ষী আছে—তোমাক নাপালে মই জীৱনত কাকো গ্ৰহণ নকৰিম।" বিণাই নিজক আকৌ এবাৰ মুক্ত কৰি সঙ্কোচৰ ভাবেৰে চাৰিও ফালে চায় আৰু ওচৰৰে টেবিল খনত গাটো ভেজাদি কৈ উঠে—"কিন্তু মই যে বিবাহিতা।"

"তাতে বা আপত্তি কি বিণা? সেইদিন উকলি গৈছে। তোমাৰ সম্মতি পালে শতবাধা পৰ্ব্বত প্ৰমাণহৈ আগত ভেটা দিলেও ৰবিনৰ অবাৰিত গতিক ৰুদ্ধ কৰিব নোৱাৰিব। চকুৰ আগতে দেখিছা কত তিৰোতাই আজি ডাইভোৰ্চ কৰিছে, শত শত চিভিল মেৰেজ সম্পাদন হব ধৰিছে। বাৰু বিণা! কোৱাচোন তুমি পবিত্ৰক অন্তৰৰ পৰা ত্যাগ কৰিব পাৰিবা নে?" বিণাৰ কান্ধৰ ওপৰত হাত দুটা থৈ ৰবিনে সোধে। বিণাই যেন আকৌ এবাৰ চিন্তা কৰে। যি কথাটোকে তাই আজি অনেক দিনৰ পৰা ভাবি আহিছে, যাৰ বাবে মনত নানা ৰকমৰ যুক্তি তৰ্ক তুলি কত ৰাতি উজাগৰে কটাইছে; আৰু শেষত তাইৰ গতিশীল মনটোৱে স্থিতিশীল সংস্কাৰটোক ডেৱাই গৈছে, সেই কথাটোৰে আপোনা আপুনি এবাৰ নিজ মনতে প্ৰশ্ন উঠে। তাইৰ আগত দুটা আদৰ্শৰ সংঘৰ্ষ। এটা, সেই কালৰে পৰা চলি অহা নিষ্ঠুৰ সনাতন আদৰ্শ, যি আদৰ্শৰ আগত নিজৰ

ইচ্ছা বাঞ্ছা নিৰ্ম্মম ভাবে বলি দি সকলো দুখ-নিৰ্য্যাতন বিধাতাৰ দান বুলি মানি লব লাগিব। আনটো, প্ৰগতিশীল জগতত প্ৰচলিত হোৱা মুক্তিৰ আদৰ্শ, যি আদৰ্শৰ আগত আবহমানকাল নাৰীৰ প্ৰতি কৰি অহা সমাজৰ অন্যায় প্ৰভুত্ব থান বান হৈ এখন সুস্থ সমাজ গঢ়ি উঠিব। সনাতন আদৰ্শই তেওঁৰ জীৱন জানো বিষময় কৰি তোলা নাই? অলপতে হৈ যোৱা অনিতাৰ বিবাহৰ ঘটনাটো আকৌ এঁবাৰ মনত পৰে। ৰিণাই মনত বল লৈ কয়—"পাৰিম"।

"পা'ৰিবা"? ৰবিনে ৰিণাক গাৰ কাষলৈ টানিলৈ দুয়ো গালত চুমা খায়—মৰমৰ চুমা। ৰিণাৰ গাল মুখ ৰঙা হৈ উঠে। "চাওঁ এৰি দিয়া"—বুলি ৰিণাই নিজক এৰুৱাবলৈ এটি ব্যৰ্থ চেষ্টা কৰে। ৰবিনে কিন্তু ৰিণাক দুয়ো বাহুৰ মাজত আঁকোৱালি ধৰে। ৰিণাই নিজৰ অস্তিত্ব ভুলি যায়। লজ্জা, ব্ৰীড়া সকলোকে জলাঞ্জলি দি ৰবিনৰ বুকুত মূৰ থৈ চকু মুদে।

* * * *

ৰবিন ওলাই যায়। ৰিণাই অসংযত শৰীৰটো মুহূৰ্ত্ততে সংযত কৰি লয়। এটি অৱসাদৰ ভাবে মনটো ভৰি পৰে। ৰিণা গৈ বাহিৰৰ বাৰান্দাত থকা আৰামী চেয়াৰ খনত বহি পৰে। স্থিৰ নিশ্চল ভাবে চাই থাকে ব্ৰহ্মপুত্ৰৰ পিনে আৰু ৰোমন্থন কৰে কিছু আগৰ স্মৃতি। ভাবিবলৈও যে ভাল লাগে। সম্মুখৰ ব্ৰহ্মপুত্ৰত ঢৌৰ ওপৰত ঢৌ ঠেকেচা খাই ইটিয়ে সিটিক সাৱটি ধৰে। সিহঁত যেন আনন্দতে আত্মহাৰা হৈ নাচি বাগি কোনোবা অজান বাজালৈ গুচি যায়। এনেতে মিনিহঁতৰ মাত শুনি ৰিণাৰ চমক্ ভাঙে। তাই লাহে লাহে উঠি সদৰ বাৰান্দালৈ খোজ লয়।

সিদিনা ৰবিবাৰ। ইন্সপেক্টৰ বৰুৱাই খাই বৈ উঠি পালেং খনত গাটো চিৎকৈ পেলাইছে মাথোঁন ; এনেতে বৰুৱানী সোমাই আহি ওচৰতে বহি কাণৰ কাষত কিবা ফুচ্ ফুচাই কয়।

বৰুৱা চাহাবে বৰুৱানীৰ মুখলৈ চাই হাঁহি এটা মাৰি কৈ উঠে—"তুমি আকৌ ছোৱালীৰ চিঠি ইন্‌কোৱাৰি কৰাত লাগিছা নেকি ?"

"ইন্‌কোৱাৰি নহয়। ধোবাক দিবলৈ বিছনাৰ কাপোৰ গুচাওঁতে হঠাৎ চকুত পৰে।"

"পিচত তাকে বহি বহি পঢ়ি চাইছা নহয় নে ?"

"আপোনাৰো আকৌ কথা। নিজৰ ছোৱালীৰ ক্ষেত্ৰত অলপ সতৰ্ক হোৱা জানো বেয়া কথা।"

"কি কৰিব খোজা এতিয়া।"

"মোৰ হে মূৰ কামোৰণি যেন পাইছে। আপোনাৰ জানো ভাবিব লগীয়া একো নাই ?"

"মূৰ দেখোন তোমাৰ হে কামুৰিছে। মোৰতো কামোৰা নাই।"

"তেন্তে ভাল মই আৰু এই বিষয় আপোনাক কোনো কথাকে নকওঁ।"

কথাষাৰকৈ বৰুৱানী গম্ভীৰ হৈ পৰে। বৰুৱা চাহাবে বাগৰ এটি লৈ কাটিহৈ বৰুৱানীক কয়—তুমি হবলা মোৰ কথাত খং কৰিলা ? পিচে তোমাৰ লগত ধেমালি কৰাও টান। বাৰু, কোৱাচোন ! এই বিষয় তুমি কি কৰ খুজিছা ?

"মোৰ কথা জানো আপুনি ৰাখিব ?"

"তুমিতো কোনো পৰ মানুহ নোহোৱা যে কথা ৰখা নৰখাৰ প্ৰশ্ন উঠিব পাৰে। গৃহস্থী খনত মোৰ দৰে তোমাৰো অধিকাৰ আছে। যিটো কৰিলে আমাৰ ভাল হয়, সেইটোকে কৰিব লাগিব।"

"মই কব লগা হলে যি ভুল হৈ গল-গল। আমি ছোৱালীক শাহুৱেকৰ প্ৰেতকাৰ্য্যত নপঠোৱা ভুল হৈছে। ব্ৰাহ্মণ মানুহ; আমাৰ পিতৃপুৰুষে আচৰণ কৰি যোৱা ধৰ্ম্মটো একেবাৰে এৰি পেলোৱা উচিত নহয়। শাস্ত্ৰতো দেখোন ধৰ্ম্ম এৰিবলৈ মানা কৰিছে।"

"বাৰু তোমাৰ কথাষাৰকে ধৰি ললোঁ—আমি ব্ৰাহ্মণ মানুহ। তেতিয়া হলেতো ময়ো পুলিচৰ চাকৰি-বাকৰি এৰি কোনোবা এখন আশ্ৰমত বেদপাঠ কৰি বহি থাকিব লাগিব।"

"আপোনাৰ লগত কথা কোৱাটো টান। পুলিচৰ কাম কৰিলে বুলি আপুনি নগুণডালো এৰিব খোজে নেকি ?" বৰুৱানীৰ কথাত বৰুৱাই এবাৰ হাঁহে আৰু মূৰ শিতানতে থকা কেচটোৰ পৰা চিগাৰেট এটি উলিয়াই লগাই লৈ কয়—

"তুমি নগুণৰ কথা কৈছা নহয় নে ? নগুণ ডাল দেখাত আছে যদিও আজি জানো নগুণৰ কাম কৰিব পাৰিছোঁ।"

"তথাপি দেখোন তাক পেলাই দিব পৰা নাই।"

"এৰা সেইটো দুৰ্ব্বলতাকে বুলিবা। হাজাৰে হওঁক বহুদিনৰ পৰা চলি অহা সংস্কাৰ এটাতো।"

"তেন্তে ব্ৰাহ্মণৰ ছোৱালী এজনীৰ ক্ষেত্ৰতো তাকেই ভাবিব। মোৰ মতে হাজাৰ আইন হলেও আমি আমাৰ সংস্কাৰী মৰ্য্যাদাটো ৰক্ষা কৰিব লাগিব। বাৰু কওঁক, আপোনালোক পুৰুষ বিলাকে

আমাৰ সতীত্ব ৰক্ষা কৰাটো জানো বাঞ্ছা নকৰে” ? বকুৱানীৰ কথাৰ পাক বকুৱাই উপলব্ধি কৰিলেও ইমান ৰক্ষণশীল মনোবৃত্তি এটা তেওঁ ভাল নাপায়। অনেক মানুহকে দেখা যায়, যিটো কাজত নিজৰ স্বাৰ্থ অটুট থাকে সেইটোকে আদৰ্শৰ লগত ৰজিতা খুৱাই প্ৰচাৰ কৰে। শাস্ত্ৰবোৰেও আকৌ আমাক এই সুবিধাৰ সমল যোগায়। কোনোবা এজন মনীষীয়ে কৈছে— স্বামী মৰিলে তিৰোতাই আজীৱন ব্ৰতাচাৰিণীহৈ কটাব লাগে। তেহে তিৰোতাৰ মহাধন সতীত্ব ৰক্ষাপৰে। আন কোনোবা এজন মনীষীয়ে আকৌ নষ্টে মৃতে প্ৰব্ৰজিতে ক্লীবে চ পতিতে পতৌ আদি বচন কৈ অন্য স্বামী গ্ৰহণ কৰাৰ যুক্তি ডাঙি ধৰিছে। ইফালে সমাজৰ মহাজন সকলৰ ভিতৰতো অনেকে আনৰ ক্ষেত্ৰত বিধবা বিবাহৰ তুৰ্ঘোৰ প্ৰতিবাদ কৰে ; কিন্তু নিজৰ ঘৰত যেতিয়া বিধবা ছোৱালীৰ মলিন মুখখনি দেখিবলৈ পায় তেতিয়া অপত্য স্নেহত বিগলিত হৈ শতমুখে বিধবা বিবাহৰ সমৰ্থন জনায়। এনে শ্ৰেণীৰ লোকে জানো কোনো কথা বিশেষ চিন্তা কৰি সৰ্ব্ব-সাধাৰণৰ হিতাৰ্থে ভাবে ? বকুৱাও তেনে শ্ৰেণীৰে লোক। তেওঁ সদায় আদৰ্শক নিজ স্বাৰ্থৰ লগত মিলাই চলিব জানে। জোঁৱায়েক যেতিয়া তেওঁৰ মনত বেয়া হৈছে, বকুৱা চাহাবেও এটি নতুন আদৰ্শৰ আশ্ৰয় লৈ তাক কামত খটুৱাই দেখুৱাবলৈ দৃঢ় সংকল্প কৰিছে। বকুৱানী হলে তেনে সুবিধাবাদী নহয়। সেয়ে তেওঁ স্বামীৰ লগত নিজৰ মত মিলাব নোৱাৰি স্বামীক বুজাবলৈ চেষ্টা কৰে। কিন্তু বকুৱাৰ কনক্ৰীট কৰা কঠিন মনটোত জানো কথা সুমুৱাব পাৰে ? বকুৱাই বকুৱানীক বুজায়—“চোৱা কমলা ! তিৰোতাতকৈ স্বামীৰ যোগ্যতা বেছি হোৱা উচিত। তেতিয়াহে সিহঁতৰ মিলন সুখকৰ হব পাৰে। মই চিন্তা কৰি চাইছোঁ—ৰিণাই পবিত্ৰৰ লগত কেতিয়াও

সুখী হব নোৱাৰে। বিণাতো মিনিৰ দৰে আজি সৰু হৈ থকা নাই। বিশেষতঃ—তাই শিক্ষিতা ছোৱালী যেতিয়া তাইৰ স্বাধীনতাত তুমি মই হাত দিয়াটো জানো উচিত হব ?

"বিণাৰ নো কিমানটো বছৰ হৈছে। শিক্ষিতা হলেও তাই সংসাৰৰ ঠেকাত পৰা নাই। গতিকে তাইক নিজৰ ভবিষ্যৎ বাচি লবলৈ এৰি দিয়াটো জানো সমীচীন হব ? মোৰ বোধেৰে যাৰ বস্তু তাক গতাই দিয়া ভাল।"

"তুমি নিজে নাৰী হৈ নাৰীৰ স্বাধীনতা খৰ্ব্ব কৰিবলৈ ওলোৱাটোত মই বৰ আচৰিত হৈছোঁ। তোমাৰ মোৰ আগৰ দিন উকলি গৈছে। আজিৰ ছোৱালীয়ে নিজৰ ভবিষ্যৎ নিজে বাচি লব জানে। দেখা নাই জানো কুলীন ব্ৰাহ্মণ নেহৰুৰ ছোৱালীয়ে কাক স্বামী বাচি লৈছে ?"

"কিন্তু নেহৰুৰ ছোৱালীক আমাৰ ছোৱালীৰ দৰে আগেয়ে এবাৰ বিবাহ দিয়া হোৱা নাছিল।"

"বিয়া দিয়া ব্ৰাহ্মণৰ ছোৱালীয়েও পুনঃ স্বামী বাচি লোৱা পটন্তৰ নোহোৱা নহয়। সিদিনা দেখোন নিবাৰণ শৰ্ম্মাৰ বিধবা ছোৱালীৰ পুনৰ বিয়া হৈ গল। প্ৰকৃতিক কোনেও বাধা দি ৰাখিব নোৱাৰে। বাৰু সেইবোৰ যাওক, মই ভাবিছোঁ এই নতুন চেচন আহিলে তাইক কলেজত নাম লগাই দিম। কেনে দেখা বাৰু ?" বৰুৱাই বৰুৱানীক প্ৰশ্ন কৰি তেওঁৰ মুখলৈ চায়। বৰুৱানী কোনো উত্তৰ নিদি মৌন হৈ থাকে। তেওঁ ভালকৈয়ে জানে যিটো কথা এবাৰ বৰুৱাৰ মুৰত সোমায় সি আৰু ওলাই নোৱা টান। বৰুৱানী হতাশ ভাৱেৰে লাহে লাহে থিয় হয়। এনেতে মিনি দৌৰি আহি কয়—"মা, মা, চা-চোন বাই দেউৰ এইখন চিঠি। সেই ভিনীহিৰ ভনীয়েক অমলা জনীয়ে লিখিছে।" চিঠিখন বৰুৱানীৰ হাতত দিয়ে। বৰুৱানীয়ে

এবাৰ পঢ়ি চায়। বৰুৱাই শোৱা পাটীৰে পৰা সোধে—"কি চিঠিহে"?

"এয়া পঢ়ি চাওঁক।"

"বাৰু তুমিয়ে পঢ়াচোন"। বৰুৱাণী চিঠিখন পঢ়ি যায়—

পূজনীয়া নবৌ!

ভগবান আমাৰ ওপৰত নাৰাজ হৈ পৰিছে। মাৰ মৃত্যুৱে আজি ঘৰখন মৰিশালীত পৰিণত কৰিছে। উঃ নবৌ! মাক আৰু ফিৰাই পাম জানো? এই কেই দিন পেহীজনী আহি কত সান্ত্বনা দিছে। তথাপি যে মই মাৰ কথা পাহৰিব নোৱাৰোঁ। আপুনি সংবাদ পায়ো নহা বাবে পেহী বৰ বেয়া পাইছে। আপুনি নাহিলে মই থাকিম কেনেকৈ? অন্ততঃ এই অভাগিনী ননন্দৰ কথা ভাবি যেনে তেনে আহে যেন। ইতি

আপোনাৰ মৰমৰ

অমলাদেৱী

চিঠিখন পঢ়ি শেষ কৰি বৰুৱানীয়ে কয়—"চাওঁক, অমলা জনীলৈ, কেনে বেয়া লাগে। বেচেৰী নিচেই কম বয়সতে মাউৰী হ'ল।"

"তোমাৰতো কম দয়া নহয়। পৰৰ ছোৱালীলৈ ভাবিছা, পিচে নিজৰ ছোৱালীজনীক দৰিদ্ৰ এটাৰ ঘৰলৈ পঠাই শুকাই মাৰিবলৈ ওলাইছা; আৰু তোমাৰ গুণধৰ জোঁৱাইৰ ভেমটো চোৱা, সি ৰিণালৈ চাৰিটা আখৰো লিখিব নোৱাৰিলে। মানুহ এজন পঠাই খবৰ এটা দিছে যেন তাৰ নিকিনা বান্দী জনী শুনিয়েই দৌৰি যাব।"

"আপোনাৰ প্ৰত্যেক কথাতে উপহাস। আপুনি যি কৰে কৰক মই কোনো কথাকে নকওঁ।" বুলি বৰুৱানী খং কৰি গুচি যায়। বৰুৱানী গৈ কমৰ দুৱাৰদলি পাইছে মাথোন, এনেতে ৰিণা আহি

মাকক কয়—"মা আজি প্ৰাক্‌জ্যোতিষ নাট্য মন্দিৰত সঙ্গীত একা-ডেমীৰ এখনি সভা বহিব। মোৰ গাতো গান গোৱাৰ ভাৰ আছে। ৰবিনদাই মোক নিবলৈ আহি পালেই। মই এতিয়া যাওঁ গৈ। মিনিহঁতক বিষ্ণুৰাম বা বাপুটিৰ লগত পঠাবি।" মিনিয়ে অতপৰে দেউতাকৰ কমৰ টেবিলৰ ওপৰত থকা কেচ বেগটো পিটিকি আছিল; বায়েকৰ কথাত একেবাৰে ওচৰলৈ আহি কলে—"নহয় বাইদেউ! ময়ো তোৰ লগতে যাম।"

ৰিণাই মিনিক বুজাই কয়—"নহয় ঐ মিনি! তই এতিয়া যাব নালাগে। সঙ্গীত আৰম্ভ হওঁতে অনেক পলম হব। মোৰ গাত এটি ভাৰ আছে বুলিহে যাবলৈ ওলাইছোঁ।" বায়েকৰ কথাত মিনিয়ে মুখখন ওন্দোলাই কয়—"তয়ে যাগৈ মই আৰু নাযাওঁ। আজিৰ পৰা আৰু তোৰ লগত কলৈকো নাযাওঁ।" ৰিণাই মাকৰ কোনো ৰকমৰ আদেশলৈ অপেক্ষা নকৰি লৰালৰিকৈ গুচি যায়। বৰুৱানীয়ে অন্তৰত হয়তো এটা বেদনা অনুভৱ কৰে। তেওঁ ভাবে ঘৰখনত যেন তেওঁৰ কাৰো ওপৰত কৰ্ত্তৃত্ব নাই। তেওঁ এবাৰ চিন্তাকৰি চায়, ইয়াৰে বা গুৰি ক'ত? এইবাবে জানো তেওঁৰ স্বামীয়েই জগৰীয়া নহয়? আজিলৈকে তেওঁৰ স্বামীয়ে তেওঁৰ কথাত কোনো ৰকমৰ গুৰুত্ব দি অহা নাই। লৰা-ছোৱালীবোৰেও জানো তাকেই অনুকৰণ কৰিব ধৰা নাই? ইয়াৰে বা কাৰণ কি? তেওঁ গাৱঁলীয়া ছোৱালী, দুখীয়াৰ ঘৰৰ ছোৱালী, এয়ে জানো কাৰণ হব পাৰে? ইন্সপেক্টৰ চাহাবতো গাৱঁতে উপজি গাৱঁতে ডাঙৰ দীঘল হৈছে! তেন্তে—তেওঁৰ ক্ষেত্ৰত বা এনে অৱমাননা কিয়? তেওঁ আধুনিক শিক্ষাৰে শিক্ষিতা নহয় বুলিয়ে এই অৱজ্ঞা নেকি? এই নগৰ খনতেতো বহুত ডাঙৰ মানুহৰ আধুনিক শিক্ষা নোপোৱা তিৰোতা আছে। তেওঁলোকো জানো এইদৰে অৱজ্ঞাৰ

পাত্ৰী হৈছে ? এইদৰে নানা কথাই বৰুৱানীৰ মনত ভুমুকি মাৰে। তেওঁ এটি হুমুনিয়াহ পেলাই কমৰ পৰা বাহিৰ হয়। বৰুৱা চাহাবেও শোৱাপাটীৰ পৰা উঠি গৈ কলিং বেলটোত টিপা মাৰে। চাপ্ৰাচী হাত মুখ ধোৱা পানী আৰু গামোচা আদিৰ যোগান ধৰে।

---

( ১৬ )

আজি পবিত্ৰব্ৰতৰ বিচাৰৰ দিন। ইন্সপেক্টৰ বৰুৱাক বৰ ব্যস্ত ভাবে ইফাল সিফালকৈ ঘুৰি ফুৰা দেখা গৈছে। তেওঁ চকুত যেন একুৰা প্ৰতিহিংসাৰ জুইহে লৈ ফুৰিছে। নলবাৰী থানাৰ ইন্‌চাৰ্জ্জ শইকীয়াও আহি উপস্থিত হৈছে। বৰুৱা শইকীয়াৰ ওচৰলৈ গৈ শইকীয়াক অলপ এফলীয়াকৈ মাতি নি কিবা কিবি সোধে। শইকীয়াক কিবা পৰামৰ্শ দি তেওঁ কাছাৰীৰ ভিতৰ সোমাল। তেতিয়াও হাকিম আহি পোৱা নাই। বৰুৱাই পেছকৰৰ পৰা মোকৰ্দ্দমাৰ নথীটো লৈ এবাৰ মনোযোগেৰে পঢ়ি চায়। আনফালে কাছাৰী ঘৰৰ সম্মুখত আহঁত গছজোপাৰ তলত পবিত্ৰব্ৰত শৰ্ম্মা, তেওঁৰ সেৱা দলৰ আচামী সকল, কৰ্ম্মানন্দ স্বামী, হৰেন বৰুৱা আৰু চৌধুৰী উকীলে কিবা কিবি কোৱাকুই কৰি আছে। এনেতে শুক্লেশ্বৰৰ ঘাটৰ ফালৰ পৰা এদল লোক আহি গছৰ তলতে থিয় হয়হি। তেওঁলোকৰ লগত নবীন চৌধুৰী।

পবিত্ৰব্ৰত আচৰিত হৈ অলপ আগবাঢ়ি গৈ কৈ উঠে "আপুনি আকৌ ওলালহি যে। এওঁলোক দেখোন খলিহৈ জানৰ মানুহ। এওঁলোক অহাৰ উদ্দেশ্যই বা কি ?"

"বাক পিচত শুনিব। কেচ উঠিবৰ হোৱা নাই জানো ?"

"নাই, মেজিষ্ট্ৰেট এতিয়াও আহি পোৱা নাই।" কথাষাৰ শুনি চৌধুৰীয়ে স্বস্তিৰ নিশ্বাস পেলালে। স্বামীজীৰ ফাললৈ আগবাঢ়ি গৈ ক'লে—"আপোনাৰ কাৰণেই আমি নিশ্চিন্ত থাকিব পাৰিছোঁ। তথাপি এটা বিশেষ কথাৰ কাৰণে এই মানুহকেইজনৰ লগত আহিব লগীয়া হলোঁ।" কথাকেষাৰ কৈ নবীন চৌধুৰীয়ে চৌধুৰী উকীললৈ লক্ষ্য কৰি কয়—"এখেতেই আমাৰ উকীল নহয় জানো ?" নবীন চৌধুৰীৰ কথাৰ লগে লগে হৰেন বৰুৱাই হয় বুলি সম্মতি জনালে। নবীন চৌধুৰী চৌধুৰী উকীললৈ লক্ষ্য কৰি বৰ বিনীত ভাবে ক'লে—"আপোনাক এটা কথা সুধিব খোজোঁ।"

"ভাল, সুধিব পাৰে।"

নবীন চৌধুৰীয়ে তেওঁৰ লগত অহা মানুহ কেইজনক দেখুৱাই ক'লে যে—তেওঁলোক খলিহৈ জান গাওঁৰ মানুহ। সেই গাওঁত হোৱা বসন্তৰোগৰ প্ৰতিকাৰাৰ্থে গৈ যে পবিত্ৰব্ৰত শৰ্ম্মা লগৰীয়া বোৰবে সৈতে মিথ্যা অভিযোগত অভিযুক্ত হৈছে, সেই কথা জানিব পাৰি এওঁলোক লৰি আহিছে—মেজিষ্ট্ৰেটৰ ওচৰত সাক্ষ্য দিবলৈ। তেওঁলোকৰ পৰা সম্পূৰ্ণ বিৱৰণ জানিলৈ সাক্ষী সাব্যস্ত কৰিব লাগে। চৌধুৰী উকীলে হাঁহি এটা মাৰি উত্তৰ দিলে যে বেছি সাক্ষীৰ আৱশ্যক নকৰে। বিপক্ষৰ সাক্ষীৰ মুখতেই কেচ মিথ্যা প্ৰমাণ হৈ যাব। হয়তো তেওঁলোকে যি কথা কব আহিছে, সেই কথা নলবাৰীৰ ডাক্তৰৰ সাক্ষ্যতেই প্ৰমাণ হব। চৌধুৰী উকীলৰ কথাৰ অন্তত খলিহৈ জান গাওঁৰ গাওঁবুঢ়াজন আগবাঢ়ি আহি হাত জোৰ কৈ চৌধুৰী উকীলৰ আগত থিয় হল আৰু বৰ আবেগেৰে কবলৈ ধৰিলে—"দেউতা! এনে হেন অন্যায় কথা এটাত আমি বহি

থাকোঁ কেনেকৈ ? আপুনি দয়া কৰি আমাক হাকিম দেউতাৰ আগত তুলি দিয়ক। যদিহে হাকিম দেউতাই আমাৰ কথা সুশুনে তেন্তে আৰু আইন আদালত চাবৰ নাই ; আমাৰ মানুহ আমি লৈ যাম। ভাগ্যত যি থাকে সেয়ে হব।” বুঢ়া গাওঁবুঢ়াৰ কথা শুনি চৌধুৰী উকীল স্তম্ভিত হ'ল। মনতে ভাৱে এই নিৰক্ষৰ গাৱঁলীয়া মানুহবোৰ কেনে পোনপটীয়া। ইহঁতে যিটো সত্য বুলি বুজিব পাৰে তাৰ কাৰণে মৰিবলৈও কুণ্ঠিত নহয়। গাওঁবুঢ়াক বুজনি দি চৌধুৰী উকীলে কয়—“বুঢ়া মানুহ ! ইমান উতলা হব নাপায় নহয়। হাকিমে শুনিলে আকৌ দোষ ধৰিব।”

“এহ দেউতা ! দোষ গুণ যি হয় হব। চাওঁকচোন বাৰু, যি লঘনুৱে সাক্ষী দিবলৈ আহিছে সেই লঘনুৱে জানো আমাৰ আগত আচল কথাটো সৈ কঢ়া নাই।” বুঢ়াৰ কথাত চৌধুৰী উকীলে যেন আৰু এটি নতুন কথাৰ অনুসন্ধান পালে। তেওঁ বুঢ়াৰ পৰা সমস্ত বিৱৰণ শুনি ললে। আৰু শেষত আনন্দিত হৈ হাঁহি এটা মাৰি কলে—“ঠিক আছে বুঢ়া মানুহ ! তোমাক হাকিমৰ আগত তুলি দিয়া হব।”

এনেতে স্বামীজী আৰু হবেন বৰুৱাৰ ডাক পৰিল। তেওঁলোকে আচামী কেইজনক লৈ এজলাচলৈ গ'ল। চৌধুৰী উকীলো গৈ নিজৰ ঠাইত বহিল। চাপ্ৰাচীটোৱে আচামী কেইজনক নি যথাস্থানত উপস্থিত কৰালে।

ডুৱৰা হাকিমে নথীটো এবাৰ পঢ়িলৈ ইন্‌চাৰ্জ্জ শইকীয়াক মাতিব কয়। শইকীয়া আহি উপস্থিত হয়।

“বাৰু আপোনাৰ চাৰ্চিটত লিখা কথাবোৰ সত্য নে ?”

“হয় চাৰ ! সম্পূৰ্ণ সত্য।”

“সাক্ষী বাদী ঠিক আছে ?”

"আছে চাৰ !"

হাকিমে বাদীৰ এজাহাৰৰ বিৱৰণ এবাৰ পঢ়ি চায়। তাৰ পাচত ভেদেলু মহাজনক মাতিব দিয়ে। "ভেদেলুৰাম, ভেদেলুৰাম—হাজিৰ" ডাক পৰিল। কান্ধৰ চেলেংখন লেচেৰিয়াই চুৰিয়াৰ আগটো সামৰি সামৰি ব্যস্তভাবে ভেদেলুৰাম মহাজন আহি উপস্থিত হয়। চাপ্ৰাচী জনে নি যথাস্থানত থিয় কৰায়। হাকিমে সুধিলে—"তোমাৰ নাম ?"

ভেদেলু মহাজনে চাঁদৰখন সামৰিলৈ হাতজোৰ কৰি কয়—"ধৰ্ম্মাৱতাৰ হুজুৰ ! মোৰনাম—মোৰনাম হুজুৰ, শ্ৰীভেদেলুৰাম মহাজন হুজুৰ।"

"বাক কোৱা ! যি কম সঁচা কম।"

"হয়, ধৰ্ম্মাৱতাৰ কম হুজুৰ।"

"কম নহয়—যিকম সঁচা কম।"

"কম নহয় হুজুৰ যি কম হুজুৰ ! মানে সচাঁ কম নহয় হুজুৰ !"

হাকিমে এটা ডাবি মাৰি দিয়ে। পিচপিনৰ পৰা চাপ্ৰাচীটোৱে কয়,—"ধেৎ কটা ! যি কম সঁচা কম বুলি ক।"

মহাজনে সেপ ঢুকি ঢুকি "যি কম সঁচা কম" বুলি কয়।

হাকিমে সোধে—"তোমাৰ ঘৰত কেতিয়া ডকাইতি হৈছিল ?"

"হুজুৰ ধৰ্ম্মাৱতাৰ, ৮ জেঠ, কিচোন ৰবিবাৰে হুজুৰ।"

"তেতিয়া কেইটামান বাজিছিল"।

"হুজুৰ, অনুমান হুজুৰ ! মানে ১০ টা কি ১১টা হুজুৰ !"

হাকিমে ৰেকৰ্ড কৰিলৈ আকৌ সোধে—"তেতিয়া তুমি কি কৰিছিলা" ?

"মই হুজুৰ—মানে হুজুৰ—খাই বৈ উঠি হুজুৰ, বিছনাত বাগৰ দিছিলোঁ হুজুৰ। মানে টোপনি আহিব হুজুৰ, ধৰিছিল হুজুৰ।

এনেতে হুজুৰ—মোৰ দুৱাৰ খন ভাঙি হুজুৰ, মানে আঠটা কি দহটা মান হুজুৰ, মানুহ সোমাই আহে হুজুৰ।

"বাৰু তুমি মানুহক মতা নাছিলা নে ?"

"হয় হুজুৰ ! মানে হুজুৰ, সিহঁতে মানুহ মাতিলে হুজুৰ, মাৰিম বুলি হুজুৰ, ডেগাৰ দেখুৱাইছিল হুজুৰ।"

"ঘৰত আন মানুহ নাছিল নে ?"

"নাছিল হুজুৰ। মানে বাহিৰা ঘৰত হুজুৰ, চাকৰটো আছিল হুজুৰ। লৰাটোও হুজুৰ, কিচোন শহুৰেকৰ ঘৰলৈ হুজুৰ, গৈছিল হুজুৰ।

"চাকৰটোৱে মানুহ মাতিব নোৱাৰিলে নে ?"

"হয় হুজুৰ। মানে তাকো হুজুৰ, ডেগাৰ দেখুৱাইছিল হুজুৰ।"

"বাৰু বুজিলোঁ। ঘটনাৰ পাচত মানুহ মতা হৈছিলনে নাই।"

"হয় হুজুৰ, মাতিছোঁ হুজুৰ। কিচোন বতহু, মণিৰাম আদিক মাতিছোঁ হুজুৰ।" মানে মোৰ ঘৰৰ পৰা হুজুৰ, অলপ আঁতৰত হুজুৰ।"

"ডকাইতে কি কি বস্তু নিলে ?"

"হয় হুজুৰ, বহুতো নিছে হুজুৰ। মানে মোক একেবাৰে শেষ কৰিছে হুজুৰ, নগদ টকা দুই হাজাৰ হুজুৰ, সোণৰ অলঙ্কাৰ দহ তোলা হুজুৰ, ৰূপ আধসেৰ মান হব হুজুৰ"। মহাজনে আঙুলিৰ আগত লেখি লেখি হিচাবটো দিয়ে। হাকিমে ৰেকৰ্ড কৰে আৰু চৌধুৰী উকীলৰ ফালে চাই এতিয়া আপুনি সুধিব পাৰে বুলি কয়। চৌধুৰী উকীলে উঠি ভেদেলু মহাজনক প্ৰশ্ন কৰে—

"তুমি কেইটা মানুহ দেখিছিলা ?"

"হয় হুজুৰ ! মই হুজুৰ, আঠটা কি দহটা মান দেখিছিলোঁ হুজুৰ।

"তোমাৰ কি হুজুৰ বেমাৰ" ? চৌধুৰী উকীলে হাঁহি মাৰি সোধে।

"হয় হুজুৰ, কেইদিন মান আগতে হুজুৰ, জ্বৰ হৈছিল হুজুৰ।" মহাজনৰ কথাত সকলোৱে হাঁহে।

"বাৰু, বাৰু, মানুহ কেইজন সঠিককৈ কব নোৱাৰা" ?

"হয় হুজুৰ ! মই লেখি চোৱা নাছিলোঁ হুজুৰ"।

তেন্তে আঠোটা কি দহোটা হব বুলি কেনেকৈ কলা" ?

"হয় হুজুৰ, মানে আন্দাজ আঠটা কি দহটা হুজুৰ"।

চৌধুৰী উকীলে হাকিমক ৰেকৰ্ড কৰিবলৈ কয় যে ডকাইতৰ সঠিক সংখ্যা কব নোৱাৰে। হাকিমে লিখি লয়। চৌধুৰী উকীলে আকৌ প্ৰশ্ন কৰে—"ডকাইত বোৰক চিনি পাইছিলানে" ?

"হয় হুজুৰ, পাইছিলোঁ হুজুৰ। মানে সিহঁত মুখ চিনা মানুহ হুজুৰ"।

"আটাইকে চিনি পাইছিলা নে ?"

"হয় হুজুৰ, পাইছিলোঁ হুজুৰ"। চৌধুৰী উকীলে হাকিমক ৰেকৰ্ড কৰিবলৈ কৈ আচামী কেইজনলৈ আঙুলিয়াই পুনৰ সোধে—

"এওঁলোক হয় নে ?"

"হয় হুজুৰ ! ঠিক কৈছে হুজুৰ।"

"ঠিক এই পোচাকেৰে এইদৰে গৈছিল নে ?"

"হয় হুজুৰ, বেলেগ পোচাক পিন্ধি গৈছিল হুজুৰ"।

"কেনেকুৱা পোচাক পিন্ধি গৈছিল ?"

"হয় হুজুৰ, ভৰিলৈ মৰা কলা পেটলুন হুজুৰ আৰু মানে কলা চোলা হুজুৰ।" মুখত হুজুৰ, ছাই সানিছিল হুজুৰ"।

"তেন্তে এওঁলোক যে এইকথা কেনেকৈ জানিলা ?"

"হয় হুজুৰ ! চিনি পাইছিলোঁ হুজুৰ। খদ্দৰ কাপোৰে হুজুৰ, এওঁলোকৰ চিন হুজুৰ"। মহাজনৰ কথাত চৌধুৰী উকীলে হাঁহে।

আৰু কথাষাৰ ৰেকৰ্ড কৰিবলৈ হাকিমক কয়। তাৰ পাচত মহাজনক আৰু সুধিবৰ নাই বুলি চৌধুৰী উকীলে হাকিমক জনালে। ইয়াৰ পাচত ডাক পৰিল লঘমুৰ। চাপ্ৰাচীয়ে লঘমুক যথা স্থানত থিয় কৰাই যি কম সঁচা কম বুলি কবলৈ কলে। লঘমুৰে সেইদৰে কোৱাৰ পাচত হাকিমে সোধে—

"ভেদেলু মহাজনৰ ডকাইতি সমন্ধে তই কি জান" ?

লঘমুৰে হাতজোৰ কৰি কবলৈ ধৰিলে—"হুজুৰ! ধৰ্ম্মাৱতাৰ! যিদিনা ভেদেলু মহাজনৰ ঘৰত ডকাইতি হয়, সিদিনা ৰাতি মই সেই গাৱঁৰে মোৰ শহুৰৰ ঘৰৰ পৰা খোৱা বোৱা কৰি নিজ ঘৰলৈ গৈছিলোঁ। পিচত, যাওঁতে বাটত সেৱাদলৰ লোককেইজনক লগ পাওঁ। তেতিয়া ৰাতি দহমান বাজিছিল। মানুহ কেইজনৰ গাত কলা পোচাক আছিল। হাকিমে কথা কেইটা লিখি লঘমুক প্ৰশ্ন কৰে"।

"তই সিহঁতক চিনি পাইছিলি নে ?"

"হয় ধৰ্ম্মাৱতাৰ। মই নিচিনিম কিয় ? সদায় মুখদেখা মানুহ। মোৰ শহুৰৰ ঘৰো তেওঁলোকৰ ওচৰতে।" এনেতে চৌধুৰী উকীল থিয়হৈ "মই অলপ সুধিব পাৰোঁনে" বুলি হাকিমক কয়। হাকিমে অনুমতি দিয়ে। চৌধুৰী উকীলে লঘমুক সোধে—"তোমাৰ ঘৰ খলিহৈ জানৰ ওচৰত হয়নে ?"

"হয়"

"যিদিনাখন তুমি সেৱাদলৰ লোক কেইজনক লগপোৱা, সেই সময়ত খলিহৈ জান গাৱঁত বসন্ত ৰোগ আছিল নে ?"

"হয় আছিল"।

চৌধুৰী উকীলে কথাটো ৰেকৰ্ড কৰিবলৈ হাকিমক কয় আৰু পুনঃ লঘমুক প্ৰশ্ন কৰে—"তুমি খলিহৈ জান গাৱঁৰ মেল এখনত পুলিচে

তোমাক সেৱাদলৰ কথা কবলৈ শিকাই দিয়া বুলি সৈ কঢ়া নাছিলা নে ?” উকীল চৌধুৰীৰ কথাত লখমু অলপ অপ্ৰতিভ হয় আৰু অলপ বৈ লখমুৱে উত্তৰ দিয়ে—নাই, মই একো কোৱা নাই।”

“সঁচা নে” ?

“সঁচা” লখমুৱে কয়। চৌধুৰীয়ে হাকিমক ৰেকৰ্ড কৰিবলৈ কয়। এনেতে বিছুবৰ গাওঁবুঢ়া আহি হাতযোৰ কৰি হাকিমক কয়— “দেউতাই অনুমতি দিলে এই বুঢ়াই এষাৰ কথা কব খোজেঁা।” গাওঁবুঢ়াৰ এনেভাবে আগমনত এজলাচৰ সকলো আচৰিত হয়। চাপ্ৰাচীটোৱে গাওঁ বুঢ়াক ধমক্ দি কয়—“তুমি আদালতৰ নিয়ম নাজানা নেকি ?”

চৌধুৰী উকীলে বুঢ়াক ধৈৰ্য্য ধৰিব কয় আৰু যথাসময়ত তেওঁৰ সাক্ষ্যৰ পাল পৰিব বুলি জনায়। হাকিমে কিন্তু গাওঁবুঢ়াক আগবাঢ়ি আহিবলৈ কলে আৰু কি কব খুজিছে কবলৈ অনুমতি দিলে। সকলোৱে একেথৰে চাই থাকিল আশীবছৰীয়া বুঢ়া গাওঁবুঢ়াৰ পিনে। গাওঁবুঢ়াই হাতযোৰ কৰি গদগদ মাতেৰে কবলৈ ধৰিলে “দেউতা সকল। এই বুঢ়াৰ তিনিকাল গৈ শেষ কালত পৰিছে। মিছা কথা কবলৈ ইয়ালৈ অহা নাই। বুঢ়াই এই ধৰ্ম্মঘৰৰ তলত থিয়হৈ কৈছোঁ —সেৱাদলৰ লোকে ডকাইতি কৰা কথা সম্পূৰ্ণ মিথ্যা। এওঁলোক নোহোৱা হলে আমাৰ গাৱঁৰ মানুহ মৰি ছন হলহেঁতেন। মহামাৰী বসন্তৰ ভয়ত কোনেও কাৰো খবৰ নলয়। এওঁলোক আহি আমাক নোচোৱা হলে আৰু ডাক্তৰৰ ব্যৱস্থা নকৰা হলে আমাৰ যে কি দশা হলহেঁতেন। যি তাৰিখে ভেদেলুমহাজনৰ ঘৰত ডকাইতি হয় সেই দিনা ৰাতি এপৰলৈকে এওঁলোক আমাৰ লগত লাগি আছিল। যি লখমুৱে এই মাথোন সাক্ষী দিলে, সেই লখমুৱে আমি চেপাদিয়াত গঞাখনৰ

আগত এমাহ আগতে সৈ কাঢ়িছিল—তাক সেৱাদলৰ কথা কবলৈ পুলিচে শিকাই দিয়া বুলি আৰু সাক্ষী নকওঁ বুলি সি আমাৰ আগত স্বীকাৰো কৰিছিল। পিচে যোৱা কালিহে চৌধুৰী মাষ্টৰৰ মুখত কথাষাৰ শুনিলোঁ আজি মোকৰ্দ্দমাৰ দিন বুলি। খোজ কৰি জানিলোঁ, লঘনুও আহিছে। গতিকে দেউতা সকল! এনে এটা অন্যায় সহি আমিনো কেনেকৈ বহি থাকোঁ। বাৰু, লঘনুৱে এই বুঢ়াৰ আগত থিয়হৈ কওঁক বুঢ়াৰ কথা সঁচা নে মিছা। বুঢ়াই কথা কেইটা কৈ এবাৰ হাকিমলৈ চায়। লঘনুৱে আমাত ইমিত কৰি তললৈ মূৰ কৰে। এজলাচৰ এদাঁতিত থিয়হৈ থকা ইনচাৰ্জ্জ শইকীয়াৰো মুখ বিবৰ্ণ হৈ পৰে। হাকিমে হৈছে, বুঢ়া মানুহ বুলি গাওঁবুঢ়াক যাবলৈ কৈ চৰকাৰী উকীল গোস্বামীক কয়—"মিঃ গোস্বামী! চাওঁক আপোনাৰ কোনো সাক্ষীৰ আৱশ্যক আছে নেকি? গোস্বামী উকীলে নাই বুলি কোৱাত হাকিমে নথীটোত কিবা কিবি লিখি কলে—"এতিয়া এই কেচ সামৰা হল। আচামী সকল যাব পাৰে। কালিলৈ ইয়াৰ হুকুম দিয়া হব।" তুৰবা হাকিম উঠিল। লগে লগে সকলোৱে এজলাচৰ বাহিৰ ওলাল।

বাহিৰত ইন্সপেক্টৰ বৰুৱা ইফাল সিফাল কৰি আছিল। শইকীয়াই গৈ সকলো কথা কলে। কথা শুনি কদ্ৰেশ্বৰ বৰুৱা জ্বলি উঠিল। অকৃতকাৰ্য্যতাৰ আঘাতে তেওঁক অধীৰ কৰিলে। উঃ জীৱনত তেওঁ কেতিয়াও কোনো কাৰ্য্যত অকৃতকাৰ্য্য হোৱা নাই! শইকীয়াৰ অকৰ্ম্মণ্যতাৰ কথা ভাবি গোৰগোৰাই কৈ উঠিল "ওৱাৰ্থলেচ ইউ আৰ ওৱাৰ্থলেচ"। কদ্ৰেশ্বৰ বৰুৱাই নিজ বঙলা বুলি খোজ ললে। বৰুৱাৰ খোজত গোটেই মাটিখন এবাৰ লৰি উঠিল।

---

পবিত্ৰব্ৰতৰ বিচাৰৰ দিনাখন আবেলিৰে পৰা যি বৰষুণ দিছে সি আৰু ধাৰ ছিগা নাই। ইয়াৰ ভিতৰতে হুকুম হৈ গৈছে পবিত্ৰব্ৰত সদলে খালাচ। পূৰা দুদিন অপেক্ষা কৰি পবিত্ৰব্ৰতে হৰেণ বৰুৱাৰ পৰা বিদায়লৈ সদলে গৈ ষ্টেচন ওলাল। ষ্টেচনত স্বামীজীক দেখি তেখেতৰ প্ৰতি কৃতজ্ঞতা জনাই কলে—"আপুনিও আমাৰ কাৰণে কষ্ট ভোগ কৰিলে"। পবিত্ৰব্ৰতৰ কথাত স্বামীজীয়ে হাঁহি এটা মাৰি কয়—"এইফেৰা কষ্টকে আপুনি কষ্ট বুলিব খোজেনে? বিশেষতঃ কষ্ট সদায় কৰ্ত্তব্যৰ লগৰীয়া"।

তাৰ পাচত দুয়োৰে মাজত কেচ সম্বন্ধে কথা উঠিল। স্বামীজী ৰায়ৰ দিনাখন আদালতত উপস্থিত হোৱা নাছিল; কাৰণ বতৰ অত্যন্ত বেয়া হোৱাৰ কাৰণে ডাক্তৰ বৰুৱাই তেখেতক যাবলৈ এৰি দিয়া নাছিল। গতিকে হুকুমৰ সবিশেষ বিৱৰণ এটা পবিত্ৰৰ মুখৰ পৰা জানিবলৈ ইচ্ছা কৰিলে। স্বামীজীয়ে পবিত্ৰব্ৰতক সোধে—"ইনচাৰ্জ্জ শইকীয়াক হাকিমে ওৱাৰ্ণিং দিয়া কথাষাৰ সঁচা নে?"

"হয় সঁচা" পবিত্ৰব্ৰতে উত্তৰ দিয়ে। এনেতে পূবফালৰ পৰা গাড়ীখন হুৰ হুৰ কৈ আহি থিয় দিলে। স্বামীজী, পবিত্ৰব্ৰত আৰু তেওঁৰ সেৱা দলৰ লোক কেইজন গৈ একেটা কোঠাতে উঠিল। যথা সময়ত গাড়ী এৰি দিলে। তেওঁলোকৰ মাজত দেশৰ নানা ৰকম সমস্যাৰ আলোচনা হল।

স্বামীজীৰ উচ্চ হৃদয়ৰ বিৰাট কল্পনা বোৰে পবিত্ৰব্ৰতক মুগ্ধ কৰি তোলে। আনহাতে পবিত্ৰব্ৰতৰ হৃদয়ত লুকাই থকা সেৱাৰ মনোভাৱৰ কথা জানিব পাৰি স্বামীজীও আচৰিত হৈ পৰে। দুয়োৰো ভিতৰত আগৰ চিনা পৰিচয় থাকিলেও যেন আজি বিশেষ আপোন আপোন

লাগে। কথাৰ লগে লগে আহি তেওঁলোকে বাইহাটা ষ্টেচন এৰিলে। কেন্দুকোণা ষ্টেচন পাবলৈ অলপ বাকী, এনেতে পুথিমাৰী নদীৰ ইপাৰে হঠাৎ গাড়ী বৈ গল। এটা হৈ-চৈ আহি কাণত পৰে—গাড়ী বন্ধ গাড়ী বন্ধ—লাইনৰ ওপৰত হুফুটলৈ পানী উঠিছে। স্বামীজীক বহিবলৈ কৈ পবিত্ৰব্ৰত লৰালৰিকৈ গাড়ীৰ পৰা নামিল। পুথিমাৰী নদীৰ কল্‌কলনি শব্দ তেওঁৰ কাণত পৰে। নৈৰ সিপাৰৰ পৰা সম্মিলিত কণ্ঠস্বৰ ভাহি আহে—গ'ল গ'ল ভাহি গ'ল। তেওঁ আগবাঢ়ে! ব্যাকুল আশ্ৰয়প্ৰাৰ্থী লোকবোৰৰ লৰ ঢাপৰ দেখিবলৈ পায়। অনুভৱ কৰে নদীখন যেন সাগৰৰ দৰে উথলি আহিব ধৰিছে। তললৈ চকু কৰি দেখে পানী; পানীয়ে আহি ভৰিৰ সৰু গাঁঠি চুইছে। নদীত এখন খালি নাও ভাহি অহা দেখিবলৈ পাই পবিত্ৰব্ৰত আগ-বাঢ়িল। হঠাৎ গুৰুম্ গুৰুম্ কৈ নদীৰ গড়া খহি পৰে। সম্মুখত দেখিবলৈ পায় এটি পানীৰ পাক। পবিত্ৰব্ৰত অলপ দক্ষিণ ফাললৈ আগবাঢ়ে আৰু নিজৰ বিপদৰ কাৰণে ভ্ৰূক্ষেপ নকৰি নাওখন ধৰি পেলায়। সোঁতে জোৰেৰে এটি কোব মাৰে। যেন দৈত্য এটাই তেওঁৰ হাতৰ পৰা নাওখন কাঢ়ি লবলৈ টানমাৰে। পবিত্ৰব্ৰতৰ সকলো শক্তি বোধ হৈ যায়। তেওঁ পৰি যাবলৈ উপক্ৰম কৰে। এনেতে পিচৰ ফালে এখন সবল হাতৰ সাহায্য অনুভৱ কৰে। মূৰটো পিচলৈ কৰি স্বামীজীক দেখিবলৈ পাই তেওঁ আচৰিত হৈ পৰে। ইয়াৰ পাচত সেৱাদলৰ কৰ্ম্মী সকলেও লৰালৰিকৈ গৈ নাওখনত ধৰিলে। আটায়ে নাওখন টানি পাৰ তুলিলে। পবিত্ৰব্ৰত আশ্বস্ত হ'ল। তেতিয়াহে বুজিব পাৰিলে তেওঁৰ গাৰ সমস্ত কাপোৰকানি তেনেই তিতি গৈছে। স্বামীজীয়ে কৈ উঠিল—"আপুনি যে একেবাৰে নিজক পাহৰি পেলাইছে।" পবিত্ৰব্ৰতে কোনো উত্তৰ নিদি এটা হাঁহি মাৰিলে।

এনেতে আকৌ এখন তাৰ পাচত আকৌ আন এখন নাও ভাহি অহা চকুত পৰে। পূৰ্ব্বৰ দৰে আটাই কেজনে সেই নাও দুখনো ধৰি পেলায়। নাৱৰ ওপৰত বঠা আছিল। পবিত্ৰব্ৰতে বঠা ধৰি তাৰে এখন নাৱত উঠি ৰহিল। স্বামীজীয়েও আন এখন নাৱত উঠি বঠা ধৰিলে। পবিত্ৰব্ৰতৰ ইঙ্গিত মতে সেৱাদলৰ কৰ্ম্মী এজন গৈ বাকীখন নাৱত উঠি বঠা তুলি ললে। নাও এৰি দিলে। পাৰত জুমবান্ধি-থকা মানুহবোৰে অনিমেষ নেত্ৰে নাও তিনি খনলৈ চাই ৰল। ঢৌৰ কোবত নাও টুলবুল কৰে। পাৰৰ মানুহবোৰে চিঞৰি উঠে—ডুবিল—ডুবিল—ডুবিল; কিন্তু কৌশলেৰে ঢৌ কাটি নাও তিনিখন সিপাৰ চপায়। সিপাৰৰ দাঁতিকাষৰীয়া মানুহবোৰ মহা বিপাঙত পৰিছে। পানী গৈ অনেকৰ ঘৰৰ মজিয়া সোমাইছে। মানুহবোৰৰ কিছুমানে কলৰ ভুৰ তৈয়াৰ কৰি লৰা ছো'ৱালী বোৰক তুলি লৈ ৰেল লাইনলৈ ঢাপলি মেলিছে। কিছুমানে গৰু ছাগলী বোৰক বচাবৰ চেষ্টা কৰিছে। কোনোৱে নিজৰ লাম-লকটু বোৰ টোপোলা বান্ধি মূৰতে তুলি লৈ ক'ত ৰাখিব ভাবি বিব্ৰত হৈছে। নাও তিনিখন গৈ এই বিপন্ন সকলৰ বস্তু বাহানি কঢ়িওৱাত লাগিল।

সাহায্যৰ কাম শেষ কৰি পবিত্ৰব্ৰতে ওচৰৰে কেন্দুকোণা ষ্টেচনলৈ গৈ গুৱাহাটীলৈ ফোন কৰালে। ইয়াতে তেওঁ শুনিবলৈ পালে যে বৰলীয়া আৰু নোৱা নদীৰ উৎপাত তাতকৈ চৰা। তেওঁ লৰা-লৰিকৈ উভতি আহি স্বামীজীৰ লগত আলোচনা কৰিলে; আৰু অসীম সাহস বুকুত বান্ধি জীৱন মৰণৰ মাজত তিনিও খন নাও এৰি দিলে বৰিয়া বুলি।

তেওঁলোক গৈ যেতিয়া বৰিয়া পালে তেতিয়া দুই বাজিছে। তাত গৈ যি দেখিলে সি এটি মৰ্ম্মন্তুদ দৃশ্য। ভীষণ বানপানীয়ে অকৌ-

পাছৰ দৰে বাহু বিস্তাৰ কৰি গ্ৰাস কৰিবলৈ যেন লৰি আহিছে। যি পিনেই চায়—সেই পিনেই পানী। তেওঁলোক আগুৱাবলৈ ধৰে। নিপীড়িত নিৰ্য্যাতিত প্ৰাণীবোৰৰ আকুল আৰ্ত্তনাদত গগন বিদীৰ্ণ হৈছে। বান পানীয়ে আঠ দহখন গাওঁ তল নিয়াই কি যে তাণ্ডৱ নৃত্য কৰিছে। লৰা ছোৱালীবোৰে ভয়ত বিহ্বল হৈ কান্দি উঠে। পানী কেচুৱা বোৰক লৈ মাকৰ দুৰ্গতিৰ সীমা নোহোৱা হয়। কলৰ ভুৰ বান্ধি মানুহবোৰে প্ৰাণ বচাবলৈ চেষ্টা কৰে আৰু অপাৰ সমুদ্ৰ ভেদ কৰি যাত্ৰা কৰে আশ্ৰয় স্থান বিচাৰি। হঠাৎ ভুৰৰ পৰা কোনো লৰা ছোৱালী পৰি যায়। লগতে বাপেকেও জাপ দিয়ে তাক উদ্ধাৰ কৰিবলৈ। উভয়ে উটি যায় সোঁতৰ কোবত। ভুৰৰ মাজৰ পৰা চিঞৰ উঠে—"আইঐ গল ! কোন ক'ত আছা ৰক্ষা কৰা।"

গৰু-গাই, বয়-বস্তু ক'ত ৰ'ল, ক'লৈ গল তাৰ কোনো হিচাব নোহোৱা হল। কেৱল মানুহবোৰ ব্যস্ত প্ৰাণৰক্ষাৰ কাৰণে। কোনো কোনো ঠাইত পানীয়ে গৈ ঘৰৰ ছাল চুইছে। ছালৰ ওপৰত আত্ম-ৰক্ষাৰ কাৰণে আশ্ৰয় লোৱা মানুহৰ চিঞৰ বাখৰত খলক লাগি পৰিছে। আঃ কি নিকৰুণ দৃশ্য ! বান পানীৰ সাগৰ ভেদ কৰি পবিত্ৰব্ৰত হঁতৰ নাও আগবাঢ়ে দুৰ্গত সকলৰ উদ্ধাৰৰ অৰ্থে।

আন দুখন নাৱক পিচ পেলাই পবিত্ৰব্ৰতৰ নাও আগ বাঢ়ে। তেতিয়া বতাহত নাও নাচিব ধৰে। আগৰ গাওঁখনলৈ লক্ষ্য কৰি পবিত্ৰব্ৰত আগুৱাই যায়। সম্মুখৰ ফালৰ পৰা আন এখন সৰু নাও ভাহি আহিব ধৰে। নাওখন এজন ডেকাই চৰি মাৰিবে বাই আনিব ধৰিছে। হঠাতে হাতৰ চৰি ডাল নাওৰ তলিত পাক খাই সোমাই পৰে। ডেকা জন পানীত পৰি যায়। দুৰ্ভাগ্যক্ৰমে সেই ঠাইখন আছিল দ। ডেকাজনে ঠাউনি নাপাই ককবকাব ধৰে। পানীৰ ঢৌ

লাগি তেওঁ এবাৰ তললৈ এবাৰ ওপৰলৈ উঠা নমা কৰে। নাৱৰ ভিতৰৰ পৰা চিঞৰি উঠে—"আইঔ গল।"

পবিত্ৰব্ৰতে সন্মুখলৈ চাই দেখিলে সৰ্ব্বনাশ! তেওঁ বিজুলি বেগেৰে নাওখন চলাই নি ডেকাজনৰ কাষ চপালে আৰু হাতৰ বঠাপাত আগবঢ়াই দি ডেকাজনক ধৰিবলৈ কলে। ডেকাজনে বঠাপাত ধৰে কিন্তু তেওঁৰ শৰীৰ অৱশ হৈ পৰাত উঠিবলৈ চেষ্টা কৰিব নোৱাৰে। সৌভাগ্যক্ৰমে চৰিডাল ভাহি আহি পবিত্ৰব্ৰতৰ নাৱত লাগে। তেওঁ এহাতে বঠাপাত ৰাখি আনটো হাতেৰে চৰি ডাল তুলিলৈ নাৱৰ কাষত থিয়ৈ থিয়ৈ পুতি লয়। বাৰ হাত দীঘল চৰিডালৰ মাত্ৰ দুহাত মানহে পানীৰ ওপৰত ওলাই থাকে। পবিত্ৰব্ৰতে ক্ষন্তেকতে নাওখন স্থিৰ কৰিলৈ এখন হাত চৰিত ৰাখি আনখন হাতেৰে ডেকাজনৰ হাত এখনত ধৰি পেলায়। এনেতে দেখিবলৈ পালে সেৱাদলৰ কৰ্ম্মী জনে চলোৱা নাওখন সদলে আহি ওচৰ পাইছে। পবিত্ৰব্ৰতে নাওখন আনি ততালিকে তাত লগাব কয়। নাওখনে গৈ সহায় কৰাত ডেকাজনক ততালিকে তুলিব পৰা হয়। ডেকাজনে চলাই অনা নাওখন অতপৰে কাণ্ডাৰী বিহীন হৈ ইফালে ইফালে ভাহি আছিল। নাওৰ ভিতৰত দুজনী তিৰোতা আৰু কেইজন মান ল'ৰা ছোৱালীয়ে ভয়তে বিহ্বল হৈ কান্দি কাটি অস্থিৰ। সেৱাদলৰ কৰ্ম্মী কেজনে গৈ নাওখন ধৰে আৰু তেওঁলোকৰ ভিতৰৰে এজনে গৈ—চৰি লৈ নৌকা চলায়।

ডেকাজনে অদূৰত থকা ৰেল পথটোলৈ আঙুলিয়াই কয়—"এওঁলোকক তাত পোঁচাই দিব লাগে।" এনেতে স্বামীজীৰ নাও আহি সেইখিনি পায়। স্বামীজীয়ে পবিত্ৰৰ নাওত তিতি বুৰি ক্লান্ত হৈ পৰা ডেকাজনক দেখি বৰ ব্যগ্ৰভাৱে কৈ উঠে—"ভুবন তুমি?" তেওঁ

নাওখন চপাই বঠাপাত সেৱাদলৰ কৰ্ম্মী এজনক ধৰিবলৈ দি পবিত্ৰৰ নাওলৈ উঠি যায় আৰু ভুবনৰ গাৰ চোলাটো সোলোকাবলৈ চেষ্টাকৰি কয় —"চাওঁ চোলাটো খুলি দিয়া"। ভুবনে চোলাটো খুলি দিয়ে। স্বামীজীয়ে আকৌ কয়—"উঃ আজি এখেত নোহোৱা হলে কি হল হেঁতেন ! মই সৌ দূৰৰে পৰা সকলো দেখিছোঁ।"

পবিত্ৰব্ৰত অলপ আচৰিত হয় আৰু তেওঁ স্বামীজীক সোধে—

"এখেত আপোনাৰ আশ্ৰমৰ মানুহ নেকি ?"

''হয়, আপুনি অৱশ্যে এওঁক চিনি নাপায়। এওঁ আশ্ৰমলৈ আহিবৰ বেছিদিন হোৱা নাই। বৰ্ত্তমানে এৱেঁই মোৰ সোঁহাত স্বৰূপ। বাৰু, সেইবোৰ কথা পিচতো হম। ভগবানে বৰ ৰক্ষা কৰিলে। বৰ্ত্তমান এওঁক সৌ নাওখনত বামলৈ পঠাব লাগে। তেওঁ গৈ অলপ জিৰণি লওঁক আৰু আমি সৌ গাওঁখনলৈ যাওঁ বলক। উঃ ! দুৰ্দ্দশাগ্ৰস্ত সকলৰ কোঢ়াল ইয়াৰ পৰাই শুনা গৈছে। ভুবন গোস্বামীক তেওঁৰ নাৱতে তুলি সেৱাদলৰ কৰ্ম্মীজনে বাই লৈ যায়। বাকী নাও তিনিখন গাৱঁলৈ চলায়।

---

( ১৮ )

"ভুবন আজিৰ পৰা তোৰ সক ভাই। তই নহলে বোপা মই তাক নাপালোঁহেঁতেন।"

যিদিনাখন পবিত্ৰব্ৰত, তেওঁৰ সেৱাদলৰ কৰ্ম্মী সকল আৰু স্বামীজীয়ে নিজৰ জীৱন বিপন্ন কৰি দুৰ্গত সকলৰ সাহায্যৰ কামত লাগিছিল ; সিদিনা ৰাতি পুৱা ভুবন গোস্বামীও গৈছিল স্বামীজীৰ খবৰ কৰিবলৈ

ৰভিয়া থৈছেন বুলি। পিচত বানপানীৰ দুৰ্য্যোগৰ মাজত তেওঁ দুৰ্গত সকলৰ কাৰণে লাগিবৰ বাধ্য হৈ পৰিল। প্ৰজেক্ট অফিচৰ বিষয়া দুজনৰে সৈতে সৰু নাও এখন যোগাৰ কৰি দুৰ্দ্দশাগ্ৰস্ত গাওঁ এখনলৈ গৈ মানুহ আৰু বয়বস্তু উদ্ধাৰৰ কাম কৰে। গোস্বামীৰ নাও বোৱা অভ্যাস আছিল। গতিকে তেওঁ নিজে নাও চলাই ল'ৰা তিৰোতাবোৰক আশ্ৰয় স্থান পৌচাই দিয়াৰ কামত লাগে। দৈবাৎ তেওঁ পানীত পৰি যোৱাত পবিত্ৰব্ৰতে গৈ উদ্ধাৰ কৰিছিল।

সিদিনা গধূলি স্বামীজীয়ে ভুবন গোস্বামীক লগত লৈ আশ্ৰমলৈ উভতে আৰু পিচদিনা কিছু খোৱা বস্তুৰে সৈতে আশ্ৰমৰ পৰা সাহায্যৰ দল পঠায়। পবিত্ৰব্ৰত কিন্তু ফিৰিব নোৱাৰিলে। দুৰ্গত সকলৰ দুখত তেওঁ নিজকে পাহৰি গল। সেৱাদলৰ দুজন কৰ্ম্মী ৰাখি বাকী কেজনক ঘৰলৈ পঠাই দিলে আৰু লগতে নবীন চৌধুৰীলৈ লিখি পঠালে যে, স্কুলৰ ল'ৰা বিলাকৰ দ্বাৰা এই পীড়িত সকলৰ বাবে সাহায্য সংগ্ৰহ কৰিব লাগে।· তেওঁ যিমান সোনকালে পাৰে ওলাব গৈ।

পবিত্ৰব্ৰতে পূৰা দুদিন বিপন্ন সকলৰ উদ্ধাৰৰ অৰ্থে কাম কৰিলে। দুদিনৰ পাচত বানপানীও অলপ সাম কাটে। কিন্তু আহি দেখা দিলে খোৱা-লোৱাৰ অভাৱ। পথাৰৰ ধান পথাৰতে লয় হল। ভঁৰালত যি অলপ অচৰপ আছিল তাকো বানপানী কলৈ উটাই নিলে তাৰ ইয়ত্বা নাথাকিল। মানুহবোৰে ভোকত কলমলাব ধৰিলে। ল'ৰা ছোৱালীৰ কান্দোনত মাক মাপেকৰ হিয়া সুলকি গল। ভোকাতুৰ সন্তানক প্ৰবোধ দিব নোৱাৰি চকুলো টুকিলে। পেটৰ জ্বালাত ৰব নোৱাৰি কল-কচু উহাই খালে। মুঠতে আৰম্ভ হৈ পৰিল অভাৱৰ এটি মহাপৰ্ব্ব। পবিত্ৰব্ৰত নিজ ঠাইলৈ গৈ সেৱাদলৰ কৰ্ম্মী সকলৰে

নৈতে গাৱেঁ গাৱেঁ গৈ সাহায্য ভিক্ষা কৰিবলৈ ধৰে ; আৰু শীঘ্ৰে দুৰ্গত সকলৰ মাজলৈ লাৰি আহে। স্বামীজীয়েও আশ্ৰমৰ পৰা কানি-কাপোৰ, চাউল-ডালি আনি অন্ন-বস্ত্ৰ হীন সকলৰ মাজত বিতৰণ কৰে। গৱৰ্ণমেণ্টেও ইয়াৰ আৱশ্যকীয় ব্যৱস্থা হাতত লয়।

ৰঙিয়ালৈ আহি পবিত্ৰব্ৰতৰ পুনঃ স্বামীজীৰ লগত দেখা হয়। স্বামীজীয়ে তেওঁক এবাৰ আশ্ৰমলৈ যোৱাৰ কাৰণে অনুৰোধ জনায়। পবিত্ৰব্ৰত সম্মত হল।

পবিত্ৰব্ৰত গৈ আশ্ৰম উঠিল। আশ্ৰমৰ ক্ৰমোন্নতি দেখি তেওঁ মুগ্ধ হৈ পৰিল। ভুবন গোস্বামীয়ে আহি পবিত্ৰব্ৰতক সম্বৰ্দ্ধনা জনালে। তিনিয়োৰো মাজত নানা কথাৰ আলোচনা হ'ল। স্বামীজীয়ে আশ্ৰমৰ ভৱিষ্যৎ পৰিকল্পনাৰ আচনি এখন পবিত্ৰব্ৰতক দেখুৱালে। তাত কৃষি আৰু বয়নৰ উপৰিও লোৰ কাম, কাহ পিতলৰ কাম, চামৰাৰ কাম, বাহঁ-বেতৰ কাম, সূতাৰৰ কাম, চিলাইৰ কাম, মীন ক্ষেত্ৰৰ কাম আদি ধৰা হৈছে। স্বামীজীৰ আচনিখন যেন পবিত্ৰৰ বৰ ভাল লাগে। আৰু স্বামীজীৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ খাই পৰে। কথা বতৰাৰ অন্তত ভুবন গোস্বামীয়ে পবিত্ৰব্ৰতক তেওঁৰ নিবাসলৈ আমন্ত্ৰণ জনালে।

ভুবন গোস্বামী প্ৰাৰ্থনা ঘৰৰ উত্তৰ ফালে থকা এটি নিবাসত থাকে। তেওঁৰ মাকো তেওঁৰ লগতে আছে। ললিত মহাজনে যিদিনা গোস্বামীয়ে পিতৃশ্ৰাদ্ধৰ বাবে কৰা ঋণৰ কাৰণে পিতৃক নৰকত ৰখাৰ কথা কৈছিল সেই দিনাই গোস্বামী ম্যাদৰ ভিতৰতে টকা পৰিশোধ কৰিব বুলি প্ৰতিজ্ঞা কৰিছিল। তাৰ পাচত পুলিচ অফিচৰ চাকৰিৰ চেষ্টা কৰি ব্যৰ্থ হৈ স্বামীজীক লগ পাই আশ্ৰমবাসী হোৱাৰ সঙ্কল্প কৰে। আশ্ৰমলৈ আহি স্বামীজীৰ লগত কথা বতৰাহৈ মাককো

বুজাই কয় যে আশ্ৰমত তেওঁৰো কোনো প্ৰকাৰৰ অসুবিধা নহব। শেষত যথা সম্পত্তি বিক্ৰি কৰি ঋণ মুক্ত হৈ মাক পুতেকে আশ্ৰমত আশ্ৰয় ললে।

ভুবন গোস্বামীয়ে পবিত্ৰব্ৰতক লৈ গৈ ঘৰৰ দুৱাৰ মুখৰ পৰা মাকক মাতে—"আই, আই। আজি আমাৰ এজন নতুন অতিথি আহিছে। ওলাই আহাচোন আই চোৱা হি।"

গোস্বামীৰ মাকে সূতা কাটি বহি আছিল। তেওঁ যঁতৰটো সামৰি ওলাই আহে। গোস্বামী আৰু পবিত্ৰব্ৰত গৈ বহাঘৰ সোমায়। মাক ওলাই অহা দেখি ভুবন গোস্বামীয়ে উৎসাহেৰে সৈতে কলে যে সেই জনেই তেওঁৰ প্ৰাণ ৰক্ষা কৰ্ত্তা। কথাষাৰ শুনি বুঢ়ীয়ে চেনেহতে পবিত্ৰব্ৰতক সাৱটি ধৰি চুমা খালে। লগে লগে তেওঁৰ দুচকুৱেদি দুধাৰি আনন্দ-অশ্ৰু বাগৰি পৰিল। তাৰ পাচত বুঢ়ীয়ে পবিত্ৰব্ৰতৰ গাটো পিহি পিহি কয়—"ভুবন আজিৰ পৰা তোৰ সৰু ভাই। তই নহলে বোপা মই তাক নাপালোঁহেঁতেন।" বুঢ়ীৰ চেনেহ পৰশত পবিত্ৰৰ অন্তৰত এটি অনাবিল আনন্দৰ ভাৱ জাগি উঠে। চকুৰ কোণত আনন্দ-অশ্ৰুৱে আহি ভুমুকি মাৰে। মাতৃস্নেহৰ অতীত স্মৃতি এটাই তেওঁক অভিভূত কৰে। হঠাৎ ৰুগ্ন মাতৃৰ সকৰুণ মুখখনি মনত পৰি যায়। মনটো বিষাদে আৱৰি পেলায়। পবিত্ৰই ভাবে তেওঁৰ জীৱনত মাতৃঋণ পৰিশোধ কৰিব নোৱাৰিলে। অনুভৱ কৰে তেওঁৰ সকলো জনসেৱাই যেন ব্যৰ্থ হৈ গৈছে।

পবিত্ৰক নীৰৱ দেখি বুঢ়ীয়ে কয়—"মই ভুবন আৰু স্বামীজীৰ মুখৰ পৰা সকলো বিৱৰণ শুনিছোঁ। কচোন বোপা তই ভুবনক নিজ ভাই বুলি লব পাৰিছ নে নাই?" পবিত্ৰৰ যেন চমক ভাঙে। তেওঁ লৰা-লৰিকৈ কৈ উঠে—"ভুবন আজিৰ পৰা মোৰ সৰু ভাই আৰু আপুনি

মোৰ মাতৃ। কওঁক আপোনাৰ মাতৃস্নেহৰ অংশ মোক দিব পাৰিবনে নোৱাৰিব ?” পবিত্ৰৰ কথা শুনি যেন বুঢ়ীৰ মনটো আনন্দত নাচি উঠে। তেওঁ গৌৰৱেৰে কয়—“আগেয়ে এই বুঢ়ী এটা ল’ৰাৰ মাক আছিলোঁ৷ আৰু আজি মোৰ ল’ৰা দুটা। ভুবন! যা তোৰ দাদায়েৰক হাত মুখ ধুবলৈ পানী আনিদে। মই ৰান্ধনি ঘৰত খাবৰ কি আছে চাওঁগৈ।” বুঢ়ী ততাতৈয়াকৈ ৰান্ধনি ঘৰ বুলি খোজ লয়। পবিত্ৰব্ৰতে একেথৰে বুঢ়ীৰ ফাললৈ চাই থাকে। ভুবন গোস্বামীয়ে মুখ হাত ধুবৰ পানী আনি দিলে। পবিত্ৰব্ৰতে মুখহাত ধুই চকি এখনত বহে। অলপ পাচতে ভুবন গোস্বামীৰ মাকে এখন থালতকৈ পকা আম, লিচু আৰু কিছু আনাৰস আনি পবিত্ৰক খাবলৈ দিয়ে। পবিত্ৰই বৰ তৃপ্তিৰে ফলখিনি খাই অটায়। তাৰ পাচত বুঢ়ী পবিত্ৰৰ কাষত বহি নানা কথা সোধে—ঘৰত কোন কোন আছে, বিয়া বাৰু হৈছে নে নাই ইত্যাদি এটা এটাকৈ সুধি যায়। বুঢ়ীয়ে পবিত্ৰৰ পৰা ঘৰৰ সমস্ত কথা জানিব পাৰি কয়—“বোপা তই বোৱাৰী জনীক অতি সোনকালে আনিব লাগে। নহলে ঘৰখনে বা.চলে কেনেকৈ ? আৰু তোৰ ভনীয়েৰা জনীৰো তো এটা লগ লাগে। অঃ, বেচেৰী ছোৱালী জনীলৈ যে বৰ দুখ লাগে।”

বুঢ়ীৰ কথাত পবিত্ৰই মনতে ভাবে ঘৰখন বুলিবলৈয়েবা তেওঁৰ কি আছে ? আজি আৰু তেওঁ ঘৰখন তেওঁৰ ব্যক্তিগত ঘৰ এখন কৰি ৰাখিব নোখোজে। আৰু ৰিণা! ৰিণাই জানো স্বেচ্ছাই ঘৰখন এৰি যোৱা উচিত হৈছে ? ৰিণাৰ জানো শাহুৱেকৰ প্ৰতি কোনো কৰ্ত্তব্য নাছিল। বৰং শাহুৱেকে বোৱাৰীয়েকক পুতেকতকৈও যে বেছি মৰম কৰিছিল। তেওঁ নিজেওতো ৰিণাক অন্তৰৰ পৰা ভাল পাইছিল। কত দিন কত ভাবে উপেক্ষিত হৈছে ? তথাপি ৰিণাকতো কোনোদিন কোনো বেয়া আচৰণ কৰা নাই। বৰং ৰিণা যাতে আদৰ্শ পত্নী হব পাৰে তাৰ

বাবে কত দিন কত বুজনি দিছে। আকৌ মাকৰ মৃত্যুৰ পাচতো ৰিণালৈ খবৰ পঠোৱা হৈছিল। কিন্তু ৰিণাই জানো প্ৰত্যাখ্যান কৰাটো উচিত হৈছে? আনফালে সকলো মানুহৰে এটা স্বাধীন চিন্তা আছে। সেই চিন্তাত বাধা দিবৰে বা আনৰ অধিকাৰ কি? একে লগে নানা চিন্তা মনলৈ আহে। পবিত্ৰক মৌন দেখি বুঢ়ীয়ে পুনঃ কয়—"মোৰ বুঢ়ীৰ কথাটো তই অন্ততঃ ৰাখ বোপা"।

পবিত্ৰই হাঁহি এটা মাৰি কয়—"বাৰু, সেইবোৰ পাচে পৰেও হ'ব। পিচে বৰ ল'ৰাৰ ভঙা ঘৰত পদধূলি দিয়ে কেতিয়া?"

"সেইটো ভুবনক সুধি চা"।

"তেনে হলে আৰু বৰ ল'ৰাৰ ফালে বৰগোল্লা। ভুবনে এনেয়ে অলিপকি আছে মাতৃ চেনেহৰ আধা ভাগটো নিয়া বুলি। বৰ পুতেকৰ ঘৰলৈ গলে কি জানি বাকী আধাও হেৰুৱায়।"

অতপৰে মৌন হৈ থকা ভুবন গোস্বামীয়ে তপৰাই কৈ উঠে—"হেৰামতো। আপুনি যিহে যাহু জানে। এই চাওঁক আজি এদিনতে বৰ ল'ৰাৰ কিমান খবৰ লৈছে।"

"আৰু সেইবাবে তোমাৰ চকু পুৰিছে।"

"পুৰিবতো। আজি এদিনতে আপুনি আপোনাৰ ফলীয়া কৰি ললে" কথাষাৰকৈ ভুবন গোস্বামী হাঁহি উঠে। পবিত্ৰয়ো হাঁহে।

বুঢ়ীয়ে বৰ আবদাৰৰ সুৰত কয়—"হেৰ, ভুবন! তোৰতো মাৰজনী মৰা নাই। গতিকে তই মাউৰীয়াৰ দুখ বুজিব নোৱাৰ। যাৰ নাই মাও তাৰ নাই ভাওঁ।" মইহে বুজিছোঁ। মাকৰ অবিহনে পবিত্ৰৰ ঘৰৰ অৱস্থা কি হৈছে? মই এবাৰ গৈ তাৰ ঘৰৰ অৱস্থা চাই আহিম। অঃ! বেচেৰী ছোৱালী জনী, তাইৰ নামটো কি বুলি কৈছিলি?

"অমলা"।

"উ, অমলাকো এবাৰ চাই আহিম।"

বুঢ়ীৰ কথাৰ লগে লগে ভুবন গোস্বামীয়ে কৈ উঠে—"তেন্তে হৈছে। এইবাৰ আকৌ তিনি ভাগ"।

"এৰা, তেতিয়া হলে মোৰো ভাগত কম পৰিব যেন পাইছোঁ। নহয়, সেইটো হব নোৱাৰে ; ভুবনৰ ভাগৰ পৰায়ে বাদ যাব লাগিব।" পবিত্ৰব্ৰতে হাঁহি কয়। এনেতে স্বামীজী আহি বাহিৰৰ পৰাই কৈ উঠে—"গোস্বামী ! আলহীৰ কিবা শুশ্ৰূষা হলনে নাই ? আলহীৰ কিন্তু দিনটো লঘোন গৈছে।" কথাষাৰকৈ স্বামীজী ভিতৰ সোমাই আহে। পবিত্ৰ আৰু ভুবন গোস্বামীয়ে থিয়হৈ সম্মান জনায়। বুঢ়ীয়ে খঙেৰে কৈ উঠে—ভুবন ! তই ভাল মানুহ নহয়। পবিত্ৰৰ লঘোনৰ কথাতো তই কোৱা নাই। বুঢ়ী কথা কেষাৰ কৈ ভিতৰ সোমাল গৈ। পবিত্ৰব্ৰতে স্বামীজীক বহিবলৈ কয় ; কিন্তু স্বামীজীয়ে কলে যে তেওঁ এবাৰ শস্য ক্ষেত্ৰলৈ ওলাইছে। এই বাৰিষা কৰি মূলা খেতিৰ এটি পৰীক্ষা মূলক আচনি আছে, তাৰে তদাৰক কৰিব লাগে। খোৱাৰ ব্যৱস্থা হয় মানে তেওঁলোকো স্বামীজীৰ লগতে যাবলৈ ওলাল। তিনিও শস্য ক্ষেত্ৰলৈ খোজ ললে।

---

"এই চব বেপাৰ"।

"কি বেপাৰ কৈছ অ' খবৰদাৰ! ভাবিচিন্তি কথা কবি"।

"ভাবি চিন্তিতো কৈছোঁ—আমাক গাৱঁলীয়া ভূত পাই তোমালোকে টেকা মাৰিছা।"

"কি হৈছে অ' কাতীয়া। আমাৰ ৰেলেফ কুমটিৰ চেক্রেটোৰীৰ লগত কি জগৰা কৰিছ।" ভদীয়াই কয়।

"কাতীয়াই খঙেৰে সৈতে গামোচাখন নি ভদীয়াৰ আগত ধৰি কয়—চা চো চা, এইবোৰ দিছে খাবলৈ। হেৰৌ! তয়ে কচোন এই বোৰেৰে গৰুক দানাও খুৱাব নোৱাৰি। কথাৰ লগে লগে খোলা গামোচা খনৰ পৰা চাউল এমুঠি তুলি ভদীয়াৰ নাকৰ কাষত ধৰে। ভদীয়াই নাকটো কোচাই নিয়ে। কাতীয়াই আকৌ কয়—"চাচো যিহে শিলগুটি, গৰুকো দানা খুৱাব নোৱাৰি।"

ভদীয়াই ৰিলিফ কমিটিৰ চেক্রেটৰীলৈ চাই বৰ নম্রভাৱে কয়—"চেক্রেটৰী বাবু! আপুনি দয়া কৰি আমাক অলপ ভাল চাউল দিয়ক। নিজে লাগে শুকায়ে মৰোচোন, ছলিৰ মুখলৈ চাব নোৱাৰা হৈছে। সিহঁতক এইবোৰ খুৱাই মাৰোঁ কেনেকৈ?"

"মই তোমালোকক চাউল গঢ়াই দিব লাগে নেকি? গৱৰ্ণমেণ্টে যি দিছে তাকে দিব পাৰোঁ"। চেক্রেটৰীয়ে কয়। চেক্রেটৰীৰ কথাৰ অন্তত কাতীয়াই আকৌ গোৰগোৰাই কবলৈ ধৰে—"গৱনমেণ্টোৰ ঘৰত ভাল চাউল নাছিল। বুজিছা ভদাই! এইচব বেপাৰ। ই গৱনমেণ্টোৰ চাউল নহয়, কাঞ্চাৰ গুদামত পচি থকা চাউল। আহ আহ আমি নাখাই মৰিম আহ। কাতীয়া গুচি গ'ল।

এনেতে আৰু কেজন মান আহি ওলায়। আৰু চাউল দেখিয়েই মূৰে কপালে হাত দি বহে। চেক্ৰেটৰীয়ে খণ্ডতে দৰজাখন বন্ধ কৰি তেওঁলোকৰ কাৰণে বৈ থাকিবৰ সময় নাই বুলি গুচি গ'ল।

পবিত্ৰব্ৰতে এৰাতি আশ্ৰমত থাকি স্বামীজীৰ পৰা বিদায়লৈ ভুবন গোস্বামীৰে সৈতে দুৰ্গত সকলৰ পুনৰ খবৰ কৰিবৰ কাৰণে আহি হঠাৎ মানুহবোৰক তেনে ভাবে বহি থকা দেখি কথাৰ সন্ধেদ ললে। তাৰ পাচত চেক্ৰেটৰীৰ খবৰ কৰি জানিব পাৰিলে যে কৰবাত ওলাই গুচি গ'ল। মানুহ বিলাকৰ মাজৰ পৰা এজনে কৈ উঠিল—"আপোনা-লোকে দিয়া চাউলেৰে আজি দুদিন ল'ৰা ছোৱালীক প্ৰবোধ দিছোঁ। এতিয়া আৰু উপায়কে নেদেখোঁ। গবৰ্ণমেণ্টৰ ৫০ মোণ চাউল হেনো নাও বুৰি নষ্ট হল। আৰু কিছু আছে বুলি শুনি নিব আহি দেখিলোঁ এই কাণ্ড। এনেতে আন এজনে কৈ উঠে—"নাও বুৰা তুৰা চব মিছা। আজি সকলো কথা গম পাইছোঁ।" পবিত্ৰব্ৰতে মানুহ কেইজনক সান্ত্বনা দি কলে যে এই বিষয় তেওঁলোকে কি কৰিব পাৰে চাব। মানুহ কেইজন লাহে লাহে উঠি গ'ল। পবিত্ৰব্ৰতে মনত বৰ আঘাত পালে। উঃ মানৱ হৃদয়। এফালে জনতাৰ এটি বিৰাট অংশ বানপানীত নিপীড়িত হৈ পেটৰ ভোকত কলমলাই মৰে, কণ কণ ল'ৰা ছোৱালী বোৰে খাব নাপাই চিঞৰ বাখৰ কৰি বাপেক মাকক অস্থিৰ কৈ তোলে; আনহাতে চৰকাৰী সাহায্যৰ ধন স্বাৰ্থলোভী নৰ পিশাচ কিছুমানে আত্মসাৎ কৰি নিজ স্বাৰ্থ পূৰণ কৰে। চৰকাৰে বা কৰিব কি? যাকে ৰক্ষক পতা যায় সেয়ে যদি ভক্ষক হৈ পৰে তেন্তে উপায়ে বা ক'ত? আৰু প্ৰতিকাৰেই বা কৰা যায় কেনেকৈ? এনে প্ৰকাশ্য গোপন কথাবোৰৰ প্ৰতিকাৰৰ বাবে

আইনৰ আশ্ৰয় ললে প্ৰমাণ কৰাও সহজ নহয়। এনেবোৰ চোৰ অতি পাকৈত। কাগজ কলমে একেবাৰে ঠিক।

দুয়ো কিছুদূৰ আগ বাঢ়ে। কাৰো মুখত মাত নাই। কিছুদূৰ গৈ ভুবন গোস্বামীয়ে কয়—"বাস্তৱিকতে গৰীব খেতিয়ক বিলাকৰ কথা ভাবিলে মনটোত বৰ দুখ লাগে। গৰু ম'হ গল, শস্য গল, সচোঁ গ'ল, বেচেৰা হঁতে যে কেনেকৈ আকৌ কৃষি কৰ্ম্মত লাগিব? বাৰু, চৰকাৰেঁ এই সকল খেতিয়কৰ বাবে তুৰন্তে কৃষি ঋণৰ ব্যৱস্থা কৰা উচিত নহব জানো?"

ভুবন গোস্বামীৰ কথা শুনি পবিত্ৰব্ৰত যেন আবেগত অলপ উত্তেজিত হৈ উঠিল। তেওঁ ভুবন গোস্বামীক কয়—"গৱৰ্ণমেণ্টৰ পৰিকল্পনাৰ মাজত কৃষি ঋণৰ ব্যৱস্থাই কেতিয়াবাই স্থান পাইছে। চৰকাৰে কৃষিৰ উন্নয়নৰ বাবে যথেষ্ট ভাবিছে। কিন্তু ভাবিলে হব কি? বুজিছা ভুবন! বৰ্ত্তমান চলিত ব্যৱস্থাত কৃষি ঋণৰ দ্বাৰা গৰীব সৰ্ব্বহাৰা কৃষকৰ উপকাৰ নহয়। আমাৰ অধিকাংশ কৃষকেই মাটিহীন। আনৰ মাটি আধি বা চুকানি লৈ খেতি কৰে। এই সকল কৃষকে জামিন দিবলৈ মাটিয়ে বা পাব ক'ত? আনহাতে মাটিৰ মালিক সকলে মাটি জামিন দি কৃষি ঋণলৈ বেপাৰ কৰিবলৈ সোণালী সুযোগ লাভ কৰিছে। দেখা যায় ইহঁত যেন অভিশপ্ত প্ৰাণী। দাতাই দিলেও যেন বিধাতাই সিহঁতক নিদিয়ে। জগতত ঠগ খোৱাটোৱে যেন ইহঁতৰ বাবে ধৰ্ম্ম। এটা বস্তু বেচিব লাগিলে ইহঁতে দিব লাগিব আধামূল্যত। কাৰণ ইহঁতৰ নাই খাবলৈ। পেটৰ পোৰণিত ধনীয়ে যি দিয়ে তাকে বহুত বুলি গ্ৰহণ কৰে। বস্তু এটা কিনিবলৈ গলেও ইহঁতৰ অৱস্থা তদ্ৰূপ। যাৰ ধন আছে সি মোণকৰা ভাওত বা পাইকাৰী ৰেটত বস্তু কিনিব। কিন্তু ইহঁতে ধন নোহোৱা বাবে খুচুৰা ভাওত

বেছি মূল্য দি কম বস্তু নিকিনিলে উপায় ক'ত ? আকৌ পেটৰ দায়ত ইহঁতেই যেতিয়া টকাৰ কাৰণে ধনীৰ ওচৰ চাপিব ধনীয়ে ১০দহ টকাৰ বস্তুটো দুই টকাত বন্ধক ৰাখিহে টকা ধাৰলৈ দিব। পিচত নিৰ্দ্দিষ্ট সময়ত টকা দিব নোৱাৰি বস্তুৰ স্বত্বত্যাগ কৰি দায় মুক্ত হয়।” পবিত্ৰব্ৰতৰ কথাৰ অন্তত ভুবন গোস্বামীয়ে কয়—“বাস্তৱতে আপোনাৰ কথাবোৰ বৰ সাঁচা। মাজে মাজে মোৰো এনেবোৰ কথাকে মনত খেলায়। কেতিয়াবা কেতিয়াবা আমাৰ ৰাজ্য খনৰ প্ৰাচীন সমৃদ্ধিৰ কথা মনত পৰে। হাউয়েন চাঙেও আমাৰ ৰাজ্যৰ সমৃদ্ধিৰ কথা লিখিছে, মোগল বিলাকেও দেশ জয় কৰিবলৈ আহি ইয়াৰ ঐশ্বৰ্য্য সম্পদত মুগ্ধ হৈছিল, মান বিলাকেও মুং ডুং চুং খাম্ ( সোণৰ অসম ) বুলি কৈছিল, কিন্তু সেই সমৃদ্ধি সেই সম্পদ গ'ল ক'লৈ ? ভাৰতৰ আন ৰাজ্যৰ তুলনাত আজি এই ৰাজ্যখন সকলো-ফালৰ পৰা নিঃকিন বুলি অনুমান হয়। তাতে বহিৰাগত সকল পতঙ্গৰ দৰে দলে দলে আহি পৰাত খিলঞ্জীয়া অধিবাসী বিলাকৰ জীৱন ধাৰণৰ সমস্যা আৰু জটিলহৈ উঠিছে।”

পবিত্ৰই ভুবন গোস্বামীৰ কথা শলাগিলে ; আৰু এটি নিশ্বাস পেলাই কলে—কৃষি প্ৰধান অসমৰ কৃষক সকলৰ আজি খেতি কৰিবলৈ নাই মাটি, অথচ আন ৰাজ্যৰ মানুহৰ অন্ধবিশ্বাস অসম মাটিৰ ভঁৰাল—ই টানিলে যেন বাঢ়ে।

“এই ধাৰণা জানো ভাঙিব নোৱাৰি”।

“নিশ্চয় পাৰি। এই সম্বন্ধে আমাৰ চৰকাৰে দৃঢ়মত ডাঙি ধৰিব লাগিব।” পবিত্ৰব্ৰতে কথাষাৰকৈ শেষ কৰাৰ লগে লগে এজন মানুহে নমস্কাৰ জনাই আগত থিয় হয়। তেওঁলোকে মানুহ জন চিনিব পাৰে। সি ওচৰৰে বানপানী পীড়িত গাওঁ এখনৰ মানুহ।

মানুহ জনে কয় যে—সিহঁতৰ গাৰঁত যোৱা ৰাতিৰে পৰা কলেৰাই দেখা দিছে। এজন ল'ৰা আৰু এজনী বুঢ়ী ইতিমধ্যে ঢুকালো। তেওঁ মানুহ জনৰ পৰা সমস্ত বিৱৰণ লৈ আতঙ্কিত হৈ পৰে আৰু ভুবন গোস্বামীক লক্ষ্য কৰি কয়—"বুজিছা ভুবন! দুখীয়াৰ দুখ কোনো দিন নুগুচে। পেটৰ জ্বালাত অখাদ্য খাই এই মানুহ বোৰে ৰোগ মাতি আনিবৰ বাধ্য হৈছে। বলা, আমি প্ৰথমে মানুহ জনৰে সৈতে ডাক্তৰখানালৈ যাওঁ। তাৰ পাচত আমাৰ কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰিম।" কথাৰ লগে লগে তিনিয়ো ডাক্তৰখানা বুলি বেগাবেগিকৈ খোজ লয়।

---

( ২০ )

ৰুদ্ৰেশ্বৰ বৰুৱা কটকীৰ ঘৰৰ পৰা আহি বৈঠকখানাৰ টেবিলৰ ওপৰত হেট্‌টো দলিয়াই থৈ ৰহি পৰে। বৰুৱাই অনুভৱ কৰে তেওঁৰ সুস্থ বলিষ্ঠ দেহৰ সকলো শক্তি যেন নিঃশেষ হৈ পৰিছে। বৰুৱা অহা দেখি বৰুৱানীও বৈঠকখানালৈ যায়। মনত এটি উৎকণ্ঠাৰ ভাব—কটকী চাহাবে বা কি সমিধান দিলে? এটা হাতৰ ওপৰত ৰখা বৰুৱাৰ মূৰটোৰ কুঞ্চিত কপালৰ ৰেখাই বৰুৱানীৰ মনত অনৰ্থ সূচালে। তেওঁ বৰুৱাৰ ওচৰলৈ গৈ সোধে—"কটকী চাহাবে কি কলে?" বৰুৱানীৰ প্ৰশ্নত বৰুৱাৰ অন্তৰত লুকাই থকা প্ৰতিহিংসাৰ দানবটো আকৌ এবাৰ জাগি উঠে। তেওঁ উত্তেজিত ভাবে কয়—"সেই ব্লাডিটো? তাক ভালকৈয়ে এশিকনি দিব লাগিব।" বৰুৱাৰ কথা বুজিব পাৰি বৰুৱানী নিৰাশহৈ কয় "তেন্তে এতিয়া উপায় কি হব?"

"উপায় আৰু কি হব? ৰবিনৰ শেষ কথা লব লাগিব।"

"বাপেকৰ মতৰ জানো বিপক্ষে ৰবিন যাব পাৰিব ? মই আগৰে পৰা জানোঁ কিবা এটা যে অনৰ্থ ঘটিব। গোটেই খনতে ৰাষ্ট্ৰ হৈ পৰিছে ৰিণা আৰু ৰবিনৰ মিলনৰ কথা। উঃ মানুহৰ আগত মই কেনেকৈ নাক উলিয়াম ? মোৰতো আৰু এজনী ছোৱালী আছে।" বৰুৱানীয়ে ৰিহাৰ আঁচলটোৰে চকুলো মচেঁ। তেওঁৰ কাৰ্য্যত ইন্সপেক্টৰ বৰুৱাই বিৰক্তিৰে কয়—যোৱা, যোৱা ; মোক অলপ ভাবিবলৈ দিয়া। সেই ৰাস্কেলটোক মই এটা শিক্ষা নিদিয়াকৈ নেৰিম। বৰুৱানী দুখ মনেৰে ওলাই গুচি গল। ইন্সপেক্টৰ বৰুৱাই চিগাৰেট এটা জ্বলাই লৈ হুপি হুপি কিবা কিবি ভাবিবলৈ ধৰে।

বৰুৱানীয়ে ছোৱালীক পুনঃ পবিত্ৰক গতাই দিয়া কথা কৈ যেতিয়া ব্যৰ্থ হৈছিল, নানাভাবে স্বামীক বুজাবলৈ গৈ যেতিয়া গাৱঁলীয়া মনোবৃত্তি এৰিব পৰা নাই বুলি উপহাসৰহে পাত্ৰ হৈছিল, আনহাতে ছোৱালীৰ স্বেচ্ছাচাৰিতাত বাপেকে বাধা দিয়ক চাৰি ইন্ধনহে যোগাইছিল, তেতিয়াৰে পৰা বৰুৱানী ক্ষোভে অপমানে আৰু কোনো কথা নকওঁ বুলি মনত স্থিৰ কৰি পেলায় ; কিন্তু যেতিয়া দেখিলে ৰবিন আৰু ৰিণাৰ মাজত অবৈধ চিঠি পত্ৰৰ আদান প্ৰদান চলিছে তেতিয়া আৰু তেওঁ মৌন হৈ থাকিব নোৱাৰিলে। অভিমানৰ দুৰ্ব্বল বান্ধ ভাঙি গ'ল। নাৰীৰ কৰ্ত্তব্যই তেওঁক বৰুৱাৰ ওচৰলৈ টানি নিলে। বৰুৱানীয়ে বৰুৱাক সকলো কথা জনাই কলে যে আৰু এইদৰে চাই থাকিব নোৱাৰি—যাৰ বস্তু তাক গতাই দিব লাগে। বৰুৱাইও কথাষাৰ শুনি যেন অলপ চিন্তা কৰি চায় ; কিন্তু পিচ মুহূৰ্ত্ততে দৃঢ় ভাবে কৈ উঠে—"তুমি কি সেই ভণ্ডটোৰ ঠেঙত পৰিবলৈ মোক কোৱা ? অপায় হলে তাৰ উপায় ওলায়। অৱশ্যে সোনকালে ইয়াৰ এটা ব্যৱস্থা কৰিব লাগিব। মই

গোলাপ কটকীৰ লগত অতি শীঘ্ৰে এটা বুজা পৰা কৰিম। গোলাপ কটকী শিক্ষিত মানুহ যেতিয়া মোৰ বিশ্বাস তেওঁ এই বিষয় সম্মতি দিব। পিচে তুমি ছোৱালীক সতৰ্ক কৰি দিবা যাতে তাই ৰবিনক আপোন কৰি লবলৈ চেষ্টা কৰে।" বৰুৱাৰ কথা কিন্তু বৰুৱানীৰ মনে সমৰ্থন কৰিব নোৱাৰে। সেয়ে উগ্ৰস্বামীৰ ইচ্ছাত বিৰোধিতা কৰি বৰুৱানীয়ে কয়—"যদি কটকীয়ে সমৰ্থন নকৰে?" বৰুৱানীৰ কথাত বৰুৱা চাহাবে হাঁহি এটা মাৰি কলে—"সমৰ্থন নকৰিব? যেনে তেনে প্ৰকাৰে কৌশল কৰি হলেও সমৰ্থন কৰাবই লাগিব। মৰো পুলিচৰ মানুহ, কিন্তু চিঠি পত্ৰবোৰ ছোৱালীক ভালকৈ ৰাখিব কবা।" সেই সময়ত বৰুৱা ৰামলালৰ কেচত ব্যস্ত থকা বাবে গোলাপ কটকীৰ লগত এই বিষয় আলোচনা কৰিবৰ সুবিধা হোৱা নাছিল। তাৰ পাচত গোলাপ কটকী নিজ ব্যৱসায়ত যায় চিলঙলৈ। তাৰ পৰা ঘূৰি আহোঁতে কিছু দিন অতিবাহিত হৈ যায়। গোলাপ কটকী ঘূৰি অহা খবৰ পাই সিদিনা ৰুদ্ৰেশ্বৰ বৰুৱা কটকী চাহাবৰ ঘৰলৈ যায় আৰু ইকথা সিকথাৰ পাচত ৰবিনৰ লগত ৰিণাৰ বিবাহৰ প্ৰস্তাৱ তোলে। বৰুৱাৰ এই অপ্ৰত্যাসিত প্ৰস্তাৱত কটকী চাহাব চমকি উঠে আৰু কয়—"আপোনাৰ ছোৱালীক কি দুবাৰ বিয়া দিব খোজে?"

"তাতে বা ক্ষতি কি? বৰ্ত্তমান যুগত পুনৰ্বিবাহতো দোষনীয় নহয়। ছোৱালীৰ জীৱন ব্যৰ্থ হবলৈ নিদি আইনেও তাৰ ব্যৱস্থা কৰিছে।" বৰুৱাৰ কথাত কটকী চাহাবে ঘৃণাৰ ভাৱত কয়— "তেনে প্ৰবৃত্তি থাকিলে আপুনি আন ঠাইত চেষ্টা কৰি চাব পাৰে"।

বৰুৱাৰ ইমান দিন পুহি ৰখা আশাৰ ওপৰত কটকীৰ প্ৰথম আঘাতে তেওঁক যেন নিৰাশ কৰিব পৰা নাছিল। সেয়ে তেওঁ আৰু এপাত নতুন অস্ত্ৰ প্ৰয়োগ কৰি ৰিণা আৰু ৰবিনৰ অবৈধ

প্ৰণয়ৰ কথা উত্থাপন কৰিলে। বৰুৱাৰ এনে হীন আচৰণত কটকীৰ সৰ্ব্বশৰীৰৰ সিৰবোৰ যেন দপ্‌দপ্‌কৈ জ্বলি উঠিল। তেওঁ অধৈৰ্য্য ভাবে কৈ উঠে—"কি চমৎকাৰ মনোবৃত্তি। নিজৰ ছোৱালীৰ গোপন প্ৰণয়ৰ বাৰ্ত্তা দিবলৈ লৰি আহিছে মোৰ ওচৰলৈ। ইন্সপেক্টৰ চাহাব! আপোনাক সতৰ্ক কৰি দিওঁ আপুনি ভবিষ্যতে যাতে মোৰ লৰাৰ নামত এনে হীন আৰোপ কেতিয়াও নকৰে। উঃ। আপুনি যে কি ভীষণ ...।"

কটকীৰ কথাত বাধাদি শৰবিদ্ধ জানোৱাৰৰ দৰে ৰুদ্ৰেশ্বৰ বৰুৱা গৰ্জ্জি উঠিল—"কি? ইমান অপমান। মই প্ৰমাণ কৰি দেখুৱাম আপোনাৰ পবিত্ৰ নন্দ দুলালে মোৰ ছোৱালীৰ কি সৰ্ব্বনাশ সাধন কৰিছে। চোৰৰ মুখতে আকৌ বৰ কথা।"

"বাৰু আপুনি পুলিচৰ মানুহ যেতিয়া প্ৰমাণ কৰিয়ে দেখুৱাব। সেই বুলি মই মোৰ লৰাক আনৰ চকুত হীন কৰিব নোৱাৰোঁ। আপুনি আপোনাৰ বাট বিচাৰি লব পাৰে"। অপেক্ষাকৃত নৰম সুৰত কটকীয়ে কথা কেইটা কয়। ৰুদ্ৰেশ্বৰ বৰুৱাই কিন্তু কোব খোৱা ফেটী সাপৰ দৰে ফোঁপাই জোঁপাই ওলাই আহে। তেওঁৰ খোজত গোটেইটো ঘৰ লৰি উঠে। ওৰে বাটে ভাবে—উঃ! জীৱনত এনে অপমান তেওঁ কেতিয়াও কাৰো পৰা পোৱা নাই। কি কৰিব, কেনেকৈ ইয়াৰ প্ৰতিশোধ লব? প্ৰতিহিংসাৰ জুই কুৰা অন্তৰত দপ্-দপকৈ জ্বলে। মনত পৰে বৰুৱানীয়ে কোৱা ৰবিনে ৰিণালৈ লিখা চিঠি বোৰৰ কথা। কিন্তু তেওঁৰ নিচিনা মানুহ এজনেইবা আদালতৰ আশ্ৰয় লয় কেনেকৈ? তাতে জানো সম্মান থাকিব? তেওঁৰ যে হিতেই বিপৰীত হল। ছোৱালীক উচ্চ শিক্ষা দি সুখী কৰিবলৈ গৈ তেওঁ যে এতিয়া এটি বিভ্ৰাটৰ মাজত সোমাই পৰিল। বাৰু, ৰবিনতো শিক্ষিত ডেকা। সিতো ৰিণাক ভাল পায়। তাৰোতো এটা

ব্যক্তিত্ব আছে। সিজানো বাপেকৰ বিপক্ষে বিদ্ৰোহ কৰিব নোৱাৰিব ? বাপেকৰ বিপক্ষে গ'লে বাপেকে হয়তো তাক ত্যাজ্য কৰিব। ৰবিনে বাপেকৰ বিৰাট ঐশ্বৰ্য্যৰ লোভ জানো এৰিব পাৰিব ? নিশ্চয় পাৰিব। ৰবিনৰ বিদ্যা আছে যেতিয়া সম্পত্তি নহলেও চলিব পাৰিব। কটকীয়ে কৰা অপমানৰ কথা তেওঁৰ আকৌ এবাৰ মনত পৰে। অপমানৰ দাৰুণ আঘাতত সমস্ত শৰীৰ আকৌ জ্বলি উঠে। বৰুৱাই স্থিৰ কৰি পেলায় বুঢ়াক তেওঁ এসেকা দিবই দিব। ৰবিনক বুঢ়াৰ লগত যিকোনো প্ৰকাৰে বিচ্ছেদ কৰিবই লাগিব। একমাত্ৰ পুত্ৰৰপৰা যেতিয়া বুঢ়াই নেওচনি খাব তেতিয়াহে বুজিব পাৰিব এই বৰুৱাৰ প্ৰস্তাৱত সম্ম'ত নিদি কি মহাভুল কৰি পেলাইছে। হঠাতে আকৌ মনলৈ এটি সন্দেহ আহে। যদি ৰবিনেও বিশ্বাস ঘাতকতা কৰে ? নানা চিন্তাই তেওঁৰ মনটো তোলপাৰ লগায়। কটকীৰ ঘৰৰ পৰা এইচোৱা বাটযে কেতিয়া পাৰহৈ আহিল তেওঁ ততকে ধৰিব নোৱাৰিলে। তেওঁ গৰম গৰম অনুভৱ কৰে আৰু একে চাবেই বৈঠক খানালৈ গৈ গৃৰৰ হেট্‌টো টেবিলৰ ওপৰত দলিয়াই থৈ বহি পৰে।

---

## ( ২১ )

"বাইদেউ উঠ"।

ৰিণাৰ শোৱনী কোঠাৰ দুৱাৰ মুখত থিয়হৈ মিনিয়ে মাতে। মিনিৰ মাতত ৰিণাই সাৰ পাই এবাৰ চকুমেলি চায়। উজাগৰত ফুলি ডাঙৰহৈ পৰা চকু দুটা যেন আকৌ মুদ খাই পৰে। কত চিন্তা ভাৱনাত ৰাতিটো অতিবাহিত হৈ গৈছে ৰিণাৰ।

আজি কিছুদিনৰে পৰা ৰিণাই অনুভৱ কৰিছিল তেওঁৰ যেন আগৰ চেহেৰাৰ পৰিবৰ্ত্তন ঘটিছে। তেওঁৰ দিনক দিনে উথলি অহা যৌৱন জোঁৱাৰ যেন ক্ৰমে ক্ৰমে শুকাই আহিবলৈ ধৰিছে। বাৰিষাৰ উতলা ধৰণী খন যেন আজি পৰিবৰ্ত্তন হৈ পৰিল। ইয়াৰ পাচত আহিব নিঠৰুৱা শীত। পুষ্পিতা ধৰণীৰ শুকান শ্ৰীত সৌন্দৰ্য্য বলীয়া কুলি কেতেকীও গুচি যাব কোনোবা অজান ৰাজ্যলৈ। তেন্তে তেওঁৰ যৌৱনলৈও কি এটি নিঠৰুৱা শীত আহিব ধৰিছে? ৰিণাই ড্ৰেচিং টেবিলৰ আয়নাত নিজৰ প্ৰতিবিম্ব দেখি আচৰিত হৈ পৰে। আহাৰৰ ধৰণীৰ দৰে উথলি অহা ৰূপ ৰাশিয়েবা আজি ক'ত? যি চকু জুৰি দেখি ৰবিনে এদিন কৈ উঠিছিল "ৰিণা তোমাৰ চকুজুৰিত যে কি মাদকতা সনা আছে।" সেই চকুৰ মাদকতায়ে বা আজি ক'লৈ গল? চকুৰ তলত পৰা ক'লা দাগটোৱে যেন লোভনীয় চকুজুৰিৰ সকলো সৌন্দৰ্য্য মষিমূৰ কৰি পেলাইছে। যিটো নিপোটল দেহৰ গৌৰৱত ৰিণাই এদিন নিজকে গৌৰৱান্বিতা অনুভৱ কৰিছিল, সি যেন শীতৰ ধৰণীৰ দৰে শ্ৰীহীন হৈ পৰিল। তেওঁ অনুভৱ কৰে তেওঁৰ যেন সকলো সৌন্দৰ্য্য তিল তিলকৈ নিঃশেষ হৈ যাবলৈ ওলাইছে। লগতে ভাবে ৰবিনৰো পূৰ্ব্বৰ আসক্তি যেন ক্ৰমাৎ কমি আহিছে। বহুত ভাবি-চিন্তি ৰিণাই ৰবিনলৈ লিখে—

প্ৰাণৰ ৰবিন দা!

আপোনাৰ অদৰ্শনে মোক বৰ ব্যাকুল কৰি তুলিছে। আনহাতে আজি কালি মোৰ মানুহৰ আগত ওলাবলৈও লাজ লাগে। মোক দেখি সমনীয়া ছোৱালীবোৰে ফাচ্ ফুচ্কৈ যেন কিবাকিবি কয়। মোৰ মৰিবলৈ বৰ ইচ্ছা হয়। ব্ৰহ্মপুত্ৰলৈ চাই ভাবোঁ—অনেক কথাকে। বিশাল ব্ৰহ্মপুত্ৰই মোক আপোনাৰ প্ৰতিজ্ঞা সোঁৱৰাই দিয়ে। তাৰ

প্ৰত্যেকটো ঢৌৱে যেন আপোনাৰ কাৰণে অন্ততঃ জীয়াই থাকিবলৈ কয়। আপোনাক সদায় ওচৰত পাবলৈ মোৰ প্ৰাণটো ব্যাকুলহৈ উঠিছে। চিঠি পালে এবাৰ জৰুৰ আহি যাব। ইতি—

আপোনাৰ মৰমৰ ৰিণা।

চিঠিখন সমাপন কৰি খাম এটিত ভৰাই বাপুটিক মাতি আনি গোপনে গোপনে ৰবিনক দি আহিবলৈ কয়। আৰু বৰ চঞ্চল ভাবে ৰবিনৰ আগমন প্ৰতীক্ষা কৰে। হায়! ৰিণাই এতিয়াও বুজিব পৰা নাই কেইটামান মুহূৰ্ত্তৰ আগতে কি ঘটনা ঘটি গৈছে বাপেক আৰু গোলাপ কটকীৰ ভিতৰত। গোলাপ কটকীৰ দ্বাৰা বিতাৰিত বাপুটিয়ে আহি যেতিয়া ৰিণাক জনালে যে গোলাপ কটকীয়ে তাক হাউলিৰ ভিতৰতে সোমাব নিদিলে, তেতিয়া ৰিণাই এটি প্ৰমাদ গণিলে। তাই ভাবে—গোলাপ কটকীয়ে তেন্তে কি এই সকলোবোৰ জানিব পাৰি ৰবিনক আহিবলৈ বাধা কৰি দিছে? তাই যেন ৰবিনৰ কিছুদিনৰপৰা জন্মা উদাসীনতাৰ কাৰণটো আবিষ্কাৰ কৰি পেলালে। তেন্তে উপায় কি হব? ৰবিনে কি মাজ ব্ৰহ্মপুত্ৰত নৌকা ডুবাই দিব। নহয়, নহয়, ৰবিনে যে সমাজৰ এক প্ৰান্তত থিয়হৈ অকলে বিদ্ৰোহ কৰিবলগীয়া হলেও ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব বুলি দৃঢ় ভাবে কৈছিল। মনলৈ আহে অতীতৰ কথাবোৰ। তেওঁলোক যেতিয়াৰে পৰা গুৱাহাটীলৈ আহে তেতিয়াৰে পৰাতো ৰবিনৰ লগত ঘনিষ্ঠতা। ওচৰতে বহি পাঠ্য অভ্যাস কৰোঁতাৰে পৰা একেলগে মুকলি মূৰীয়াকৈ ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে ঘূৰিফুৰা দিনবোৰৰ কথা। যিদিনা ৰিণাৰ অনিচ্ছা সত্বেও তেওঁক শান্তি বিবাহ দিবলৈ ওলায়, সিদিনা ৰবিনে চল্‌চলীয়া চকু জুৰিৰে আবেগত কোৱা "ৰিণা তোমাক নেদেখি যে কেনেকৈ থাকিম।"

পবিত্ৰৰ ঘৰৰ পৰা অহাৰ পাচতো আজি ছমাহৰ সম্পৰ্ক। তাই যাতে মনমাৰি নাথাকে তাৰ বাবে ৰবিনে কত চেষ্টা চলাইছে। সকলো বিলাক কথা এটি এটি কৈ ৰিণাৰ মনত ভাহি উঠে। চন্দ্ৰশেখৰ কথা ছবি চাই সিদিনা ৰবিনেতো দৃঢ় ভাবে কৈছিল—প্ৰতাপৰ দুৰ্ব্বলতা কোনখিনিত জানা? শত বিপদক উপেক্ষা কৰিও প্ৰতাপে শৈবলিনীক লাভ কৰা উচিত আছিল। নহয়তো প্ৰতাপ ৰব লাগিছিল আজীৱন অবিবাহিত হৈ। তাৰ পাচত ব্ৰহ্মপুত্ৰৰ বুকুত ভাহি উমানন্দলৈ যোৱা দৃশ্য। পৰ্ব্বতত উঠি যাওতে ৰিণা এছটা শিলত পিচল খাই পৰি যাবলৈ ধৰোঁতে ৰবিনে তেওঁক আঁকোৱালি ধৰা আৰু ৰবিনৰ সবল বাহু দুটিৰ মাজত জাগি উঠা পুলক স্পন্দনৰ তীব্ৰ অনুভূতি। ৰবিনে বিশাল ব্ৰহ্মপুত্ৰক সাক্ষী কৰি কোৱা তোমাক নাপালে মই কাকো গ্ৰহণ নকৰিম ৰিণা! ইত্যাদি নানা স্মৃতি। তাৰ পাচত আকুল হিয়াৰ কামনা তৃপ্তিৰ সেই মধু মুহূৰ্ত্ত। নাই, নাই, ৰবিনে তেওঁক কেতিয়াও পাহৰিব নোৱাৰে। কিন্তু তেওঁ বাপেকৰ বিপক্ষে কি বিদ্ৰোহ কৰিব পাৰিব? নানাভাৱৰ খেলি মেলিৰ মাজত আবেলিটো পাৰ হৈ যায়। ৰিণাৰ সিদিনা পেটলৈ ভাত নাযায়। তাৰ পাচত আহে ৰাতি। বিছনাত পৰি ৰিণাৰ আকৌ সেই ভাব। ভাবৰ খেলি মেলিৰ মাজত তেওঁ যেন দিশহাৰা হৈ পৰে। টোপনি যাবলৈ চেষ্টা কৰিও তেওঁ যেন টোপনি যাব নোৱাৰে। ৰাতিৰ নিস্তব্ধতাৰ লগে লগে মনটো যেন নিৰাশ গধুৰ হৈ পৰে। উন্মুক্ত খিৰিকিৰ মাজেৰে অহা জোনৰ ক্ষীণ পোহৰৰ ৰেখা এটি তাইৰ চকুত পৰে। অনুভৱ কৰে আজিৰ জোনটোৱে যেন এচামকা উত্তপ্ত কিৰণ এৰিদি ব্ৰহ্মপুত্ৰৰ বুকুত বুৰমাৰিবলৈ ওলাইছে। বিছনাৰ পৰা উঠি গৈ ৰিণাই ফেনখন খুলি দিয়ে। অদূৰত ব্ৰহ্মপুত্ৰৰ ঘাটত শিয়ালৰ চীৎকাৰ। হয়তো নদীত ভাহি অহা কোনো

মৰাশ টনা আজোৰা কৰিছে। ভয় লাগে—বৰ ভয় লাগে। কিছু সময়ৰ পাচত কেতিয়া ৰিণাৰ চকু মুদ খালে তাই কবই নোৱাৰিলে। সপোনত হঠাৎ পবিত্ৰব্ৰতক দেখা পায়—সুন্দৰ সৌম্যমূৰ্ত্তি। ধকধকীয়া বগা খদ্দৰৰ পোচাক। গলত এধাৰি ফুলৰ মালা। পবিত্ৰই যেন হাতত ধৰি বৰ মৰমৰ মাতেৰে কয়—"ৰিণা! তোমাৰ মনত বৰ কষ্ট দিছোঁ। তোমাৰ স্বামী বুলি সকলো ত্ৰুটি মাৰ্জ্জনা কৰিব নোৱাৰিবানে?" এনেতে মিনিয়ে মাতে বাইদেউ উঠ। ৰিণাই এবাৰ চকুমেলি চাই কিবা ভাবিবলৈ চেষ্টা কৰে।

"তই আজি সুঠ নেকি?" ইঃ, বেলি যে কিমান হল? উঁহু উঁহু চংপং কৰি উঠ। মিনিয়ে জোৰেৰে দৰ্জ্জাখন লৰাই দিয়ে। ৰিণাই লাহে লাহে বিছনা এৰে। অলপ পাচতে হুকডাল খটং কৈ উঠে—দুৱাৰ খন মেল খায়।

"বাঃ, চাচোন কি বঢ়িয়া খবৰ। ভিনীহি দেউ এম, এল, এ হল নহয়!" মিনিয়ে বৰ আনন্দেৰে কয়। আৰু আসাম ট্ৰিবিউন খন ৰিণাৰ ফালে আগ বঢ়াই দিয়ে।

ৰিণাৰ কিন্তু মাত বোল নাই। মিনি উছাহতে আকৌ কয়—"ভিনীহিৰ ফটো এটাও দিছে বাইদেউ! ভিনীহিক বৰ ধুনীয়া দেখা নগৈছে নে?"

ইচ্ছা অনিচ্ছাৰ দোমোজাত ৰিণাই কাগজ খন লয়। "মোক কিন্তু ভালকৈ মিঠাই খুৱাব লাগিব দেই" বুলি কৈ মিনি সাউৎ কৈ ওলাই গুচি গল। ৰিণাই এবাৰ কাগজ খনলৈ চকুফুৰাই চায়; কিন্তু পিচ মুহূৰ্ত্ততে কি জানো কি ভাৱত দুয়ো হাতেৰে তাক মোহাৰি কমৰ এটি কোণত পেলাই দি চকি এখনত বহি পৰিল। ৰাতিৰ সপোনৰ কথা ৰিণাৰ মনত পৰে। তেন্তে কি তাই এতিয়াও সপোনৰ

মাজতে। ইফালে সিফালে চকুফুৰাই এবাৰ ৰুমটোৰ চাৰিও ফালে চাই লয়। ৰুমটোৰ এচুকত পৰি থকা বাতৰি কাকত খন ৰাতি খুলি ৰখা কেনৰ বা লাগি ইকাটি সিকাটি কৰে। ৰিণাই লৰা লৰিকৈ ফেনখন বন্ধ কৰি দি কাগজখন এবাৰ তুলি লয়; কিন্তু পিচ মুহূৰ্ত্তে এটি অৱজ্ঞাৰ ভাৱত টেবিলৰ ওপৰলৈ দলিয়াই দিয়ে। অনাদৰত নিক্ষিপ্ত কাগজ খনৰ পাত কেইটা সিঁচৰিত হৈ পবিত্ৰৰ ফটোটো আকৌ এবাৰ ৰিণাৰ চকুত পৰে। ৰিণাই চকুজুৰি আনপিনে ঘূৰাই লয। হঠাৎ ড্ৰেচিং টেবুলৰ আয়নাত তেওঁৰ প্ৰতিবিম্বটো ভাহি উঠে। নিজৰ প্ৰতিবিম্বটো দেখি আকৌ আচৰিত হৈ পৰে। ৰাতিটোৰ ভিতৰতে যেন তাইৰ ভাবিব নোৱাৰা পৰিবৰ্ত্তন এটা হৈ গ'ল।

এনেতে বৰুৱানী আহি কয়—ৰিণা! তই আজি চাহ-তাহ একো নাখাৱ নে? বাপুটী যে তোৰ কাৰণে অপেক্ষা কৰি বৈ আছে। সোনকালে হাত মুখ ধুই আহ। ৰিণা দোষীটিৰ দৰে লাহে লাহে ৰুমৰ পৰা ওলাই গল। বৰুৱানীয়ে ৰিণাৰ চকু মুখৰ ফালে দৃষ্টি কৰি চালে। তেওঁৰ মনটোত এটা আশঙ্কা জাগি উঠিল। আজি কিছুদিনৰে পৰা ৰিণাৰ ভাৱভঙ্গী খোৱা-লোৱা আদিলৈ লক্ষ্য কৰি বৰুৱানীয়ে তাইৰ এটা পৰিবৰ্ত্তন দেখি আহিছে। সেই বিষয় তেওঁ তাইক অনেকবাৰ অনেক ৰকমে প্ৰশ্ন কৰিও চাইছে কিন্তু তেওঁ ৰিণাৰ পৰা কোনো ৰকমৰ সমাধান নাপালে। মনতে ভাবে হয়তো দুশ্চিন্তাও এই পৰিবৰ্ত্তনৰ কাৰণ হব পাৰে। আজি কিন্তু এটা অবাঞ্ছনীয় পৰিণতিৰ কথা ভাবি বৰুৱানীৰ মনটো শিয়ঁৰি উঠে। অজ্ঞাতসাৰে অন্তৰৰ পৰা এটা হুমুনিয়াহ ওলাই পৰে। তথাপি সৰল মনটোৱে ভাৱে তেওঁৰ ধাৰণা ভুলো হব পাৰে।

---

১৯৫২ চনৰ আৰম্ভণিতে স্বাধীন ভাৰতৰ প্ৰথম নিৰ্ব্বাচনী হৈ যায়। স্বাধীন ভাৰতৰ সংবিধান মতে সুখী-দুখী, বিদ্বান-অবিদ্বান সকলো মতা-মাইকীয়ে নিজ নিজ সমষ্টিৰ সদস্য নিৰ্ব্বাচনত কেতিয়াও নোপোৱা সুবিধা এটি লাভ কৰিলে। কংগ্ৰেছ, কমিউনিষ্ট, চোচিয়েলিষ্ট, কৃষক মজদুৰ প্ৰজাপাৰ্টি, ৰামৰাজ্য পৰিষদ, জনসঙ্ঘ, হিন্দুমহা-সভা আদি কৰি মুঠ ১৪টা পাৰ্টিয়ে নিৰ্ব্বাচনী ভূমিকাত অৱতীৰ্ণ হ'ল। গোটেই দেশ ব্যাপি এটা বিৰাট হৈ চৈ পৰি গ'ল। যদিওবা সকলোৱে ভোটৰ সদ্ব্যৱহাৰ কৰিব নোৱাৰিলে—কোনোৱে ভোটৰ বাকচৰ ওপৰতে বেলট পেপাৰ থৈ আহিল, কোনোৱে বা ক'তনো কাগজ খন দিব লাগিব বোপা বুলি কণাৰ দলি মাৰি দিলে তথাপি যিটো নিৰ্ব্বাচন ভাৰতত হৈ গ'ল, কেতিয়াও কোনো দেশত ইমান সংখ্যা গৰিষ্ঠ ভোটাৰৰ দ্বাৰা নিৰ্ব্বাচনী হোৱা নাছিল।

পবিত্ৰব্ৰতে মুঠেই ইচ্ছা কৰা নাছিল যে তেওঁ এজন এম, এল, এ হয়। বিশেষকৈ নীৰৱে কাম কৰি যোৱাটোৱে আছিল তেওঁৰ প্ৰবৃত্তি। কিন্তু কেতিয়াবা কেতিয়াবা মানুহে নভবা বা কেতিয়াও বাঞ্ছা নকৰা কথা একোটি ঘটনা চক্ৰত হৈ পৰে। পবিত্ৰ ব্ৰতৰো হৈছিল ঠিক সেইটোৱে। বন্ধু-বান্ধৱ আৰু ৰাইজৰ একান্ত ইচ্ছা তেওঁ নেওচিব নোৱাৰিলে। প্ৰস্তাৱ কৰোঁতাই প্ৰস্তাৱ কৰিলে। পবিত্ৰব্ৰতো প্ৰাৰ্থী হিচাবে উঠিবলৈ বাধ্য হৈ পৰিল।

যদিও তেওঁৰ দুজন প্ৰতিদ্বন্দী আছিল তথাপি বিপুল ভোটাধিক্যত পবিত্ৰব্ৰতৰে জয় হ'ল। জয়যুক্ত পবিত্ৰক সেইদিনা সেই অঞ্চলৰ ৰাইজে ফুলৰ মালাৰে সুশোভিত কৰি সম্বৰ্দ্ধনা জনালে। পবিত্ৰব্ৰতৰ বিৰাট সাফল্যৰ কথা বাতৰি কাকতত ওলাল। খবৰটো বাতৰি

কাকতত দেখা পাই বৰুৱানী যেন বৰুৱা চাহাবক বুজাবলৈ এটি সুন্দৰ পথ বিচাৰি পালে।

ইন্সপেক্টৰ বৰুৱা সিদিনা ৰাতিপুৱা সাত বাজোতেই তেওঁৰ কামত ওলাই গৈছিল। ন মান বজাত তেওঁ উভতি আহি মূৰৰ হেট্‌টো টেবিলৰ ওপৰতে দলিমাৰি থৈ বহি পৰে। আনকাল তেওঁ একে চাবেই ভিতৰ সোমাই পোচাক পৰিবৰ্ত্তন কৰে। আজি কিন্তু বৰুৱা চাহাবৰ ব্যতিক্ৰম দেখা গ'ল। বৰুৱানীয়ে বাতৰি কাকতখন পাবৰে পৰা বৰুৱা চাহাবৰ আগমনলৈ উৎকণ্ঠিত ভাবে বাট চাই আছিল। বৰুৱা অহা গম পাই তেওঁ লাহে লাহে গৈ বৈঠকখানা পালে। কিন্তু বৰুৱাক দেখি তেওঁ হতাশ হৈ পৰিল। বৰুৱানীয়ে যেন বৰুৱাৰ মুখমণ্ডলত আহাৰৰ ঘনকৃষ্ণ মেঘ এডোখৰৰ সমাবেশ দেখিবলৈ পালে ; যাৰ অন্তৰালত ভীষণ বতাহ বৰষুণৰ দুৰ্য্যোগ লুকাই আছে। বৰুৱানীয়ে অত দিনে যিটো কথাৰ কাৰণে বৰুৱাৰ পৰা ঠেকা খাই বাৰে বাৰে অপমানিত হৈ আহিছে আজি যেন তেওঁ বিজয়ৰ ব্ৰহ্মাস্ত্ৰ এপাত পাই অতি উৎসাহেৰে বৰুৱাৰ ওপৰত নিক্ষেপ কৰিবলৈ লৰি গৈছিল ; কিন্তু বৰুৱাৰ ফালে চাই তেওঁৰ সকলো আশা তেনেই ভস্মীভূত হৈ গ'ল। তেওঁ পৰিষ্কাৰকৈ বুজিব পাৰিলে এই অৱস্থাত বৰুৱাৰ লগত কথা হৈ কোনো লাভ নহব। বৰুৱানীক দেখি বৰুৱাই কৈ উঠে—"বুজিছা কমলা! উঃ মানুহবোৰ কি ভীষণ! বনৰ জন্তুতকৈ ইহঁত বহুত গুণে হিংস্ৰ—ভয়াবহ। হিংস্ৰ জন্তুকো মৰমেৰে বশ নিয়াব পাৰি ; কিন্তু এই মানুহৰূপী জন্তুবোৰক বশ কৰা টান। ইহঁতে মৰম, চেনেহ, প্ৰীতি সহানুভূতি আদি মুহূৰ্ত্ততে বিসৰ্জ্জন দি সকলো কৰিব পাৰে। উঃ! ইমান দিনে সাপক গাখীৰ খুৱাই বঢ়োৱা হৈছিল। চেগবুজি আজি সি ব্ৰহ্ম তালুত দংশন কৰিলে।

বৰুৱাৰ কথা স্পষ্ট নহলেও বৰুৱানীয়ে বুজিব পাৰিলে যে ৰবিনৰ পৰাও বৰুৱাই কোনো সন্তোষ জনক কথা নাপালে। সেয়ে তেওঁ স্বামীক কয়—"ৰবিনক জানো লগ পাইছিল ?" বৰুৱানীৰ মুখৰ পৰা কথাষাৰ শুনিবহে পালে, উজাৰ খোৱা সিংহৰ দৰে বৰুৱাই গৰ্জ্জি কৈ উঠিল— "সেই ব্লাডিটো। বাপকা বেটা চিপাহী কা ঘোঁৰা। তাৰ জানো কিবা মনুষ্যত্ব জ্ঞান আছে। তুমি শুনা নাই ডুৱৰা হাকিমৰ ছোৱালীৰ লগত বিয়াৰ সকলো বন্দোৱস্ত হৈ গৈছে।"

"আপুনি জানো সঠিক খবৰ পাইছে ?"

"সঠিক নহয় আকৌ অঠিক পাইছা ? অহা পোন্ধৰ তাৰিখে দিনবাৰ স্থিৰ হৈছে।" বৰুৱাই কথাষাৰ কৈ শেষ কৰিছে মাথোন এনেতে বাৰান্দাত কোনোবা পৰি যোৱা শব্দ উঠে। বৰুৱানীৰ কাণ হঠাতে সেই ফাললৈ যায়। শুনিবলৈ পায় কাৰবাৰ কেঁকনি শব্দ। বৰুৱানী লৰালৰিকৈ বাহিৰ ওলাল আৰু বাহিৰত গৈ যি দেখিলে তাতে তেওঁ চিএঁৰি উঠিল—"আই ঐ! মোৰ ৰিণাৰ কিহ'ল ?" বৰুৱানীৰ চিএঁৰত বৰুৱা ব্যস্ত ভাবে ওলাই আহিল। পানী আন, পানী আন, বিছ, বিছ চিৎকাৰত গোটেই থন খলক লাগি পৰিল। বৰুৱাৰ আদেশ মতে বিহুৰাম চাপ্ৰাচী ডাক্তৰবুলি দৌৰি গ'ল। বৰুৱা বৰুৱানীয়ে ধৰাধৰিকৈ ৰিণাক ডাঙিনি পালেঙত শুৱালে। বাপুটিয়ে বিছিব ধৰিলে। বৰুৱানী কাষত বহি চকুৱে মুখে লাহে লাহে পানী ছটিয়াই দিলে। মিনি, মণ্টুৱে লৰি আহি বাইদেউ, বাইদেউ বুলি কতবাৰ মাতিলে। কিন্তু ৰিণা সংজ্ঞাহীন। সকলোৱে চকুত চকুলো। বৰুৱাই সান্ত্বনা দি কলে—"ভয় নাই, ডাক্তৰ আহিলে ভাল হৈ যাব।"

বৰুৱানী যি সময়ত বৰুৱাৰ ওচৰ চাপিছিল ৰিণায়ো সেই সময়ত কিবা কাৰণত বৈঠকখানাৰ বাৰান্দালৈ আহে। বাপেকে ক্ৰুদ্ধহৈ

কোৱা কথাবোৰ তাইৰ কাণত পৰে। তাই স্তব্ধ ভাবে থিয় হৈ যায়। আজি কেইদিন মানৰে পৰা ৰিণাৰ মনত এটি সন্দেহৰ ভাৱ। মনটোৱে যেন কব লাগিছে—ৰবিনে তেওঁক বিশ্বাস ঘাতকতা কৰি মাজ সমুদ্ৰত নৌকা বুৰাই দিবলৈ ওলাইছে। এনেবোৰ দুশ্চিন্তাতেই চকু মুদিব নোৱাৰা কৈ যোৱা ৰাতিটো তাইৰ অতিবাহিত হৈ গৈছে। বাপেক মাকৰ কথোপকথনত যেতিয়া ৰিণাই শুনিব পালে ডুবৰা হাকিমৰ ছোৱালীৰ লগত ৰবিনৰ বিয়াৰ বন্দোৱস্ত হৈ গ'ল; তেতিয়া যেন তাইৰ ভৰিৰ তলৰ পৃথিৱীখন আঁতৰি যাবলৈ ধৰিলে। অনুভৱ কৰিলে—এটি মহাশূন্যৰ মাজত যেন আশ্ৰয়হীনা হৈ পৰিছে। নিজক সামৰি ৰাখিব নোৱাৰি কক্ষচ্যুত উল্কাৰ দৰে বাগৰি পৰিল বাৰান্দাৰ ওপৰতে। দিগ্বিদিক জ্ঞান হেৰাল, কেৱল মাজতে এবাৰ কৈ উঠিল—উঃ! মোৰ এতিয়া কি হব?

ডাক্তৰে আহি চাইচিতি কলে ভয়ৰ কোনো কাৰণ নাই। কোনো চিন্তাৰ কাৰণে তেজৰ চাপ বেছি হৈ এনে হৈছে। কিন্তু ডাঃ দাসে এটা কথা ধৰিব পাৰিও নকলে। ৰোগীক ইন্‌জেকচ্‌ন এটা দি মাতি-বলৈ মানা কৰি তেওঁ উঠিল। যাবৰ সময়ত বৰুৱাক ইঙ্গিত দি মাতিলে। সেইটো বৰুৱানীৰ দৃষ্টিত নপৰিল। বাহিৰত গৈ বৰুৱাৰ কাণে কাণে কিবা কৈ আবেলি আকৌ এবাৰ আহিব বুলি কৈ গ'ল।

বৰুৱানী ৰিণাৰ কাষৰ পৰা উঠা নাই। মিনিয়ে মাতিলে, মণ্টুৱে মাতিলে, তথাপি তেওঁ নুঠিল। বাপুটিয়ে ভাত আঞ্জা বাঢ়িলৈ বৰুৱানীৰ অপেক্ষাত বৈ আছে। কিন্তু বৰুৱানীৰ যেন আজি পেটত ভোক নাই। তেওঁৰ মনত নানা দুশ্চিন্তা। বৰুৱাও সিদিনা কলৈকে নগল। তেওঁৰো অন্তৰত কিবা এটা চিন্তা। তেওঁ মাজে মাজে আহি বৰুৱানীক প্ৰবোধ দিবলৈ চেষ্টা কৰে; কিন্তু বৰুৱানীৰ এটি

মাত্ৰ কথা—“আপোনাক কাবৌ কৰিছোঁ, এতিয়াও কৈ মেলি পবিত্ৰক ছোৱালীজনী গটাওঁক। বৰুৱা কিন্তু মৌন। যাক এবাৰ তেওঁ অন্তৰৰ পৰা ত্যাগ কৰি আহিছে তাৰ ওচৰত তেওঁৰ উন্নত শিৰ নত কৰিব ? অসম্ভৱ, অন্ততঃ ৰুদ্ৰেশ্বৰ বৰুৱাৰ জীৱনত এইটো হব নোৱাৰে।

ৰিণাই এবাৰ চকুমেলি চায়। মাকে মাতে ৰিণা ! ৰিণা ! ৰিণাই ভাবিবলৈ চেষ্টা কৰে তেওঁ কি সমাজিক দেখিছে ? শৰীৰটো যেন বৰ অৱশ অৱশ লাগে। দুৰ্ব্বল চকুদুটা আকৌ মুদ খাই পৰে।

বৰুৱানী লাহে লাহে সোধে—“অলপ ভাল পাইছনে ৰিণা ! ৰিণাই অস্পষ্ট মাতেৰে মাকক কয়—“সেয়া কোন আহিছিল আই !”

“কোনো অহা নাই। তই বৰ চিন্তা কৰিছ নেকি ? চিন্তা নকৰিবি। ডাক্তৰেও চিন্তা কৰিবলৈ মানা কৰিছে নহয়।” ৰিণাৰ মূৰত হাত বুলাই বুলাই বৰুৱানীয়ে বৰ মৰমলগা মাতেৰে কয়। ৰিণাই এটি হুমুনিয়াহ পেলাই তলকা মাৰে। তাই যেন মনতে কিবা এটি হেৰোৱা কথা আকৌ পাগুলিবলৈ ধৰে। এই মাথোন দেখিবলৈ পাইছিল ব্ৰহ্মপুত্ৰৰ বুকুত এখনি নাওৰ ওপৰত ৰবিন আৰু তাই। সন্ধিয়া সূৰুযৰ হেঙুলি কিৰণ পৰি ব্ৰহ্মপুত্ৰখন যে কি মনোমোহা হৈ পৰিছিল ! বেলিটিয়ে যেন সোণ গুৰিবোৰ সিহঁতৰ ওপৰতো ছটিয়াই ছটিয়াই দিছিল। ৰবিনে তাৰ স্বভাৱ সুলভ মিঠামাতটোৰে তাইক কৈছিল—“ৰিণা, সেয়া চোৱা বেলিটোৱে সোণগুৰি বোৰ তোমাৰ গাত ছটিয়াই দিছে। আঃ ! তোমাক ঠিক জলকুঁৱৰী জনী যেন দেখা গৈছে। বাৰু ৰিণা ! কোৱাচোন, এইদৰে ব্ৰহ্মপুত্ৰৰ বুকুত যদি আমি অনন্ত কাললৈ ভাঁহি থাকিব পাৰোঁ, তেন্তে কিমান সুখ পাম ? ৰিণাৰ যেন ৰবিনৰ ওপৰত খং। তেওঁ একোকে নামাতি বহি থাকে।

হঠাৎ ৰবিনে তেওঁক দুয়োহাতেৰে সাৱটি ওপৰলৈ তুলি ধৰি কয়—

"জল কুৱৰী জল কুৱৰী সোণেৰে বোলোৱা গা।
সৌন্দৰ্য্যৰ খেলা খেলি বোওৱা বসন্তৰ বা।"

ৰিণা হঠাতে পানীত পৰি গ'ল। ৰবিনে হাহি উঠে—হিঁ-হিঁ-হিঁ। ৰিণাই হাতদুটা আগবঢ়াই দি যেন আৰ্ত্তনাদ কৰি চিঞঁৰি কয়—"ৰবিনদা ৰবিনদা! মোক ৰক্ষা কৰা।" ৰবিনে হাঁহি হাঁহি কলে "তোমাক দেখিবলৈ বৰ ধুনীয়া হৈছে ৰিণা।" কথাৰ লগে লগে ৰবিনে তেওঁৰ ফাললৈ চাই চাই নাও বাই আঁতৰি গ'ল। ৰিণা উঠি যায় ব্ৰহ্মপুত্ৰৰ ভাটিয়নী সোঁতত। তাইৰ আৰ্ত্ত, ভীত, কৰুণ স্বৰ এটি ব্ৰহ্মপুত্ৰৰ সোঁতৰ কল্‌কলনিৰ লগত যেন মিলি গ'ল। এনেতে এটি অচিনাকি পুৰুষে এখনি নাও বাই বাই তেওঁৰ ওচৰলৈ আহিব ধৰে। কি গম্ভীৰ কি সৌম্য মূৰ্ত্তি তেওঁৰ।

ৰিণাই যেন এবাৰ হাত দুটা তুলি তেওঁক কাকূতি জনাবৰ চেষ্টা কৰে। এনেতে সেই দিব্য পুৰুষ জনে তেওঁক নৌকাৰ ওপৰত আলাসতে তুলি ললে। ভক্তি আৰু কৃতজ্ঞতাত ৰিণাৰ অন্তৰ ভৰি পৰে সেই অচিনাকি পুৰুষ জনৰ প্ৰতি। তাইৰ মুখেৰে কোনো কথায়ে সৰি নপৰে। ৰিণাৰ যেন সমস্ত শৰীৰ অৱশ হৈ পৰিছে। সেই পুৰুষটোৱে লাহে লাহে নাওখন আনি তেওঁলোকৰ ঘৰৰ ওচৰতে লগালে আৰু তাইৰ অৱসন্ন শৰীৰটো আলাসতে তুলি ঘৰলৈ আনি পালেঙৰ ওপৰত শুৱাই থলে। তাৰ পাচতে ৰিণাই শুনিবলৈ পালে তেওঁক কোনোবাই মধুৰ মাতেৰে মাতিব ধৰিছে—ৰিণা! ৰিণা! ৰিণাই চকুজুৰি মেলি মাকক দেখিবলৈ পাই কৈ উঠে "সেয়া, কোন আহিছিল মা"?

গধূলিৰ লগে লগে ৰিণাই সুস্থতা লাভ কৰিলে। তাইৰ সকলো কথা মনলৈ আহিব ধৰিলে, লগে লগে নানা দুশ্চিন্তাই মনটো আৱৰি পেলালে। তাই ভাবে সংজ্ঞাহীন হৈ থকাটো যে তাইৰ কাৰণে বেচ শান্তিৰ আছিল। ভাৱনাৰ অপাৰ সমুদ্ৰৰ মাজত ৰিণাই কূল নেদেখা হৈ পৰে। কাষত বহি বৰুৱানীয়ে নানা প্ৰকাৰে প্ৰবোধ দিবলৈ চেষ্টা কৰে। তেওঁ ৰবিনৰ কথা মনৰ পৰা মচি পেলাবলৈ কৈ পবিত্ৰৰ কথা উত্থাপন কৰে—"বুজিছা ৰিণা! পবিত্ৰ বৰ সাধু ল'ৰা। তাতে এইবাৰ এম, এল, এ হৈছে, মানুহৰ অৱস্থা কি একে দৰে থাকে? মোৰ কথাকে চাচোন, মোৰ আই বোপাই কিমান দুখীয়া আছিল। কেনে দুখত যে ডাঙৰ দীঘল হৈছিলোঁ। ঘৰৰ কামবন বোৱা-কটা আদি কৰিও কিমান কষ্ট কৰি লিখা পঢ়া শিকিছিলোঁ। এদিনলৈ এখন ভাল কাপোৰ পিন্ধিবলৈ নাপালোঁ। লগৰ সমনীয়া ছোৱালী বোৰৰ পিন্ধা উৰা দেখি তেতিয়া কিমান যে দুখ লাগিছিল! দেউতাই খৰচ যোগাব নোৱাৰাত স্কুললৈ যাবলৈয়ে মানা কৰি দিছিল; তথাপি ইয়াৰ তাৰ কিতাপ খুজি আনি কথমপি এম, ভি পৰীক্ষাটো দিছিলোঁ। ভাগ্যত নাই বুলিয়ে আৰু বেছিলৈ যাব নোৱাৰিলোঁ; তহঁতে অলপ দুখকে দুখ বুলি ভাব। শুনিছ ৰিণা! দুখ ভোগ কৰিলেহে মানুহে সুখ পাব পাৰে। মই কৈছোঁ তোৰো ভাল দিন আহিব। খঙে-ৰোহে সুবিধা-অসুবিধাই দুদিন আছ আছ, সেইবুলি পবিত্ৰই কি ক্ষমা নকৰিব? আৰু তই যাওঁ বুলিলে তোক দেউতাৰেও বান্ধি ৰাখিব নোৱাৰে। বৰুৱানীৰ কথাত ৰিণাই একো নামাতে, কেৱল মনতে ভাবে যি ভুল তাই কৰি পেলাইছে তাৰ কি সংশোধন আছে?

চাপ্ৰাচী বিষ্ণুৰাম সোমাই আহি কয়—"বৰ আইদেউৰ নামত এখন চিঠি আছে। এই মাথোন পিয়নটোৱে দি গ'ল।"

"তয়ো আকৌ এতিয়াহে চিঠি আনিবলৈ সময়টো পালি, চাওঁ বাৰু মোক দে" এই বুলি বৰুৱানীয়ে হাত আগবঢ়াই দিয়ে। বিহুৰামে বৰুৱানীৰ হাতত চিঠিখন দি ওলাই গ'ল। বৰুৱানীয়ে চিঠিৰ খামটোৰ এটা মূৰ একৰাই চিঠিখন ভিতৰৰ পৰা উলিয়াই লয়। হঠাতে চিঠিৰ তলত অমলাৰ নামটো চকুত পৰি তেওঁৰ মনৰ ওপৰেদি এটি আশা আৰু আনন্দৰ ভাৱ খেলি যায়। তেওঁ বৰ মনোযোগেৰে চিঠিখন পঢ়ে—

পূজনীয়া নবৌ !

অহা ১৫ তাৰিখ বুধবাৰে মোৰ বিয়া। মাতৃহীনা ননন্দৰ প্ৰতি যদি আপোনাৰ এটি কণো মৰম থাকে, তেন্তে যেনে তেনে আহিব। ইতি—

আপোনাৰ—
অমলা দেৱী।

সৰল সংক্ষেপ চিঠি। বৰুৱানীয়ে পঢ়ি অঁতাই ৰিণালৈ আগবঢ়াই কয়—"বাস্তৱতে অমলা জনীলৈ মৰম লাগে। কেনে পোন পটীয়াকৈ লিখিছে—তাইৰ বিয়া, তই যাব লাগে। যিটো কথাকে ভাবি আছিলোঁ। হঠাতে ভগবানে এটি সুবিধা আনি আগত পেলাই দিলে। তই এই সুবিধা এৰিব নালাগে। মাকৰ হাতৰ পৰা চিঠিখন নি ৰিণাইয়ো এবাৰ পঢ়ি চালে। মাকে যিটো মীমাংসা মুহূৰ্ত্তৰ ভিতৰতে কৰি পেলালে ৰিণাই কিন্তু সেইটো কৰিব নোৱাৰিলে। তাইৰ মনত উদয় হল অমলাই মাতৃবিয়োগৰ পাচত তাইৰ নিঃসহায় অৱস্থা জনাই আৰু এদিনতো লিখিছিল। সেই সময়ত জানো তাইৰ নোযোৱাটো উচিত হৈছে ? শাস্ত্ৰ মতে যাক মহাগুৰু বুলি কয় তাৰ নিপাতত তাইৰ জানো কোনো কৰ্ত্তব্য নাছিল ? তেন্তে আজি বা

ৰিণা যায় কোন নাকে ? বিশেষতঃ এটি কলঙ্কৰ বোজালৈ। হয় তো ৰিণাই আনক ফাঁকি দিব পাৰিব ; কিন্তু নিজক ফাঁকি দিব পাৰিব জানো ? তাই মাকৰ কথাৰ কোনো উত্তৰ নিদিয়ে। বৰুৱানীয়ে ৰিণাৰ মৌনতা দেখি হয়তো ভাবিলে তাইৰ মনৰ পৰিবৰ্ত্তন ঘটিছে। সেয়ে বৰুৱা চাহাবকো এই বিষয় কৈ চাবৰ মনেৰে ৰিণাৰ হাতৰ পৰা চিঠিখন লৈ কমৰ পৰা ওলাই গ'ল।

## (২৩)

কালিলৈ অমলাৰ বিয়া। পবিত্ৰৰ নিৰ্জ্জীৱ ঘৰখন যেন আনন্দ মুখৰ সজীৱ হৈ উঠিছে। আত্মীয় স্বজন ওচৰ চুবুৰীয়াৰে ঘৰ ভৰি পৰিছে। সকলোৰে মনত উলহ মালহ। বিশেষকৈ মুৰলাৰ আজি আনন্দ চায় কোনে ? তাই পখিলাটিৰ দৰে যেন ইটো কামৰ পৰা সিটো কামলৈ উৰি ফুৰিছে।

স্কুলীয়া ল'ৰাবোৰৰ কোনোৱে তোৰণ সজাইছে, কোনোৱে বিবাহ মণ্ডপৰ কামত লাগিছে। সেৱাদলৰ যুৱক বিলাকবো থৰকাচুতি নোহোৱা হৈছে। সভা সজা, বহিৰৰ ত্ৰিপাল-ধাৰি গোটোৱা, ৰান্ধনি শালৰ ব্যৱস্থা কৰা আদি নানা কামত ব্যস্ত। কান্তিৰাম, বিহুৰাম, ভদীয়া ককাইহঁত দোনা পাত আদি কটাত লাগি গৈছে। পখিলী, ৰঙিলী, মালতী, বহাগী, সৰলা, নিৰলা আদি ছোৱালী হঁতৰো আজি গাত গোঁসাই নোহোৱা হৈ পৰিছে। ইঘৰ সিঘৰ কৰি শুৱাগৰ ধান বানিবলৈ ইয়াক তাক মাতি গোটেইখন কোঢ়াল লগাই তুলিছে ; যেন বহাগৰ সিন্দুৰ পিন্ধা পুথি মাছৰ দৰে সিহঁতবো এটি উজান হে উঠিছে।

গীতেপদে, জোকাৰে, ছোৱালীহঁত ঢেকীত লাগিল। কোনো জনীয়ে লগাই দিলে "অমন তগৰ কালি শুদা হব মিথিলা নগৰ।" কোনো জনীয়ে আকৌ গালে "আমাৰে আইদেউ অ' মন তগৰ, পুৰ্ণিমাৰ জোন টি অ' মনতগৰ, তৰাৰে মাজতে জিলিকে মনতগৰ, কালি শুদা হব মিথিলা নগৰ।" এনেতে বহাগীৰ মাক আনন্দতে সাতখন আঠখন হৈ আহি ছোৱালী হঁতক কয়—দে দে মই এটি লগাই দিওঁ তহঁতে ধৰিবি একা। এ, ক'ৰ পৰা আহিলা জটীয়া ভাওৰা সৰ্পে বন্ধলা হিয়া, তোমাৰ ৰূপ দেখি মেনকা দৰাঐ নিদিওঁ যা পাৰ্বতীক বিয়া।... বহাগীৰ মাকৰ গীতত আটাইবোৰ ছোৱালীয়ে গিৰিস্ কৰি হাঁহি উঠিল। তাই নিজৰ ব্যৰ্থতাত খঙেৰে কৈ উঠে—"কি বাঘৰ তেলখোৱা ছোৱালী ঐ। সকলো সময়তে মৰতীহঁতৰ পাতলামি মুগুচে।" এনেতে মূৰলাই কয়—! "হেৰৌ বাই তইনো জটীয়া ভাওৰাক ক'ত পালি অ' ? তোৰ জটীয়া ভাওৰাৰ দিন এতিয়া নাই।"

"এহ, জটীয়া ভাওৰা নহয় নো কি ? দৰা দেখো আশ্ৰমতে থাকে।"

"অ সেয়েহে জটীয়া ভাওৰা। হেৰৌ সেই আশ্ৰম নহয় ঐ—আজিৰ আশ্ৰম বেলেগ। সিদিনা আহোঁতে দেখিছোঁ। নহয়, কি সুন্দৰ চেহেৰা।" মূৰলাই বহাগীৰ মাকক কয়। বহাগীৰ মাকে তহঁতৰ লগত নোৱাৰি পাই বুলি মুখখন এপাচিমান কৰি ওলাই যায়। ছোৱালীহঁতে উৰুলি দি আকৌ গীতত লাগিল। বিয়া বুলিলেই ছোৱালীহঁত নাচি উঠে। সিহঁতৰে নিচিনা এজনী ছোৱালীয়ে স্বামী লাভ কৰি সংসাৰত সোমাব, হয়তো নিজৰ সেইফেৰা এতিয়াও বাকী, তথাপি যেন মনত কোনো ক্ষোভ নাই। সেই সময়ত যেন সিহঁত আনৰ সুখতেই পৰম সুখী। ছোৱালী চৰিত্ৰৰ ইয়ো এটা ত্যাগৰে পটন্তৰ বিশেষ।

চৰা ঘৰত বহি হোকাটো টানি টানি কৈ খেহেৰ খেহেৰ কাহ কেটামান মাৰি গাৱঁৰ অধ্যাপক বাপুৱে পবিত্ৰক সোধে—"বস্তু বাহানি গোটেই খিনি গোট হ'ল নে ?"

"হয়, এক প্ৰকাৰ গোট লাগিছে। পিচে গঞাৰ চাউল চাৰিটা সিজোৱাৰ বাবে কাক নিযুক্ত কৰা যায়।"

"কিয় আমাৰ কালীকান্ত বাপু আৰু ৰূপেশ্বৰ বাপুক একো কোৱা নাইনে ?"

"নাই, গধূলি আটাইকে একোখনকৈ তামোল খাবলৈ মাতিছোঁ। তেতিয়াই কব লাগিব।"

"কোৱা নহয় গাৱঁৰ দস্তুৰ অনুসৰি তামোল পান অলপ আগ বঢ়াবা। পিচে, দৰা ঘৰৰ তেলৰ ভাৰ দিবলৈ নাহিব জানো ?"

"এই বিষয়ে তেওঁলোকক কোনো কথা কোৱা হোৱা নাই।"

নহয়, এইবোৰ পুৰণা প্ৰথা ৰাখিব লাগে। একেবাৰে আধুনিক হৈ সেইবোৰ জলাঞ্জলি দিয়াতো উচিত নহয়। অধ্যাপকে বৰ বিজ্ঞৰ সুৰত কয়। এনেতে পুৰোহিত ৰতিকান্ত শাস্ত্ৰীয়ে অধ্যাপকক লক্ষ্য কৰি সোধে—"হেৰি, অধিবাসটো আজিয়েই কৰি ৰাখিব খোজোঁ কেনে দেখে।"

"ভাল কথা। সেইটো কৰাহে উচিত—শাস্ত্ৰতো কৈছে দেখোন। অ, এটা কথা মনলৈ আহিছে।" এই বুলি পবিত্ৰব্ৰতৰ ফাললৈ চাই অধ্যাপক বাপুৱে কয় "হেৰা কথা এটি কওঁ বুলি পাহৰিয়ে আছোঁ। অমলাৰ বিয়া উপলক্ষ্যে তোমাৰ পৰিবাৰলৈ খবৰ এটি পঠোৱা উচিত আছিল।" অধ্যাপক বাপুৰ কথাৰ মূৰতে ৰতিকান্ত শাস্ত্ৰীয়ে কৈ উঠে—"হয় হয় খবৰ দিয়াটো ময়ো নিতান্ত উচিত বুলি ভাবোঁ। চাওকচোন বাৰু কেনেঘৰ কি হৈ পৰিল। শাস্ত্ৰতে

কৈছে নহয়—গৃহিনীহে গৃহ”। শাস্ত্ৰীৰ কথাৰ অন্তত পবিত্ৰই গহীন ভাৱে কয়—“সকলো মানুহৰে এটি স্বাধীন সত্বা আছে। স্বামী হওঁক বা স্ত্ৰীয়ে হওঁক কাৰো স্বাধীনতাত কোনেও বাধা দিয়া উচিত নহয়। অমলাই অৱশ্যে বৌৱেকলৈ নিলিখাকৈ থকা নাই। তেওঁ আহিলে মোৰ কবলগীয়া একো নাই আৰু মই আহিবলৈও জোৰ কৰিব নোৱাৰোঁ।” পবিত্ৰৰ কথাত দুয়ো নীৰৱ হৈ পৰিল। কিছু সময়ৰ পাচত শাস্ত্ৰীয়ে তিল শিলিখাৰ পৰা বৰণৰ বস্ত্ৰাদিলৈ সকলো দ্ৰব্য ঠিক ঠাক কৰি যুগুতাই ৰাখিবলৈ কৈ এবাৰ ঘৰৰ পৰা আহোঁ বুলি উঠিল। অধ্যাপক বাপুয়ো শাস্ত্ৰীৰ লগে লগে এতিয়া আহোঁহে বুলি চেয়াৰ খনৰ পৰা স্থূলকায়টো লাহে লাহে ডাঙিলে। পবিত্ৰই বিনীত ভাবে অধ্যাপকক কলে যে গধূলি যেন এপাক মাৰি যায়। অধ্যাপক আৰু পুৰোহিত গ'ল। পবিত্ৰৱতে এবাৰ চাৰিওফালে চকু কৰি সকলোবোৰ বস্তু বাহানি গোট-পিট লগাবৰ কাৰণে ভিতৰ সোমাল। এনেতে নিৰ্ম্মল, ওৰফে লেতেৰু আহি ক'লে—“ৰভিয়াৰ পৰা তিনিজন মানুহ আহিছে।” নিৰ্ম্মলৰ মুখে ৰভিয়াৰ মানুহ তিনিজন অহাবুলি শুনিব পাই পবিত্ৰ অলপ আচৰিত হ'ল। তেওঁ ভাৱে বাৰু ৰভিয়াৰ মানুহ আহিল কিয়? নে তেওঁলোকৰ কোনো ৰকমৰ অথন্তৰে ঘটিল, কিন্তু তিনিজন মানুহ অহাৰে বা কাৰণ কি? হঠাৎ তেওঁৰ মনত পৰি যায় অ' আমাৰ সমাজত যে বিয়াৰ আগদিনাখন তেলৰ ভাৰত তিনিজন বা পাঁচজন মানুহ অহা নিয়ম। মুহূৰ্ত্ততে চিন্তাৰ কুৰ্ঁলি মনৰ পৰা আঁতৰি মনটো আনন্দত উদ্ভাসিত হৈ উঠিল। তেওঁৰ মনত পৰিল ভুবন গোস্বামীৰ মাক বুঢ়ী জনীলৈ। বুঢ়ীয়ে প্ৰাচীন প্ৰথাৰ হেৰফেৰ হব নিদিয়ে। কেনে মৰমিয়াল বুঢ়ীজনী। সেই ৰভিয়াৰ বানপানীৰ পাচতে বুঢ়ীৰ লগত

তেওঁৰ পৰিচয়। আৰু অমলাৰ বিয়াৰ মূলতো এই বুঢ়ী জনীয়েই।

বুঢ়ীয়ে যেতিয়া পবিত্ৰৰ ঘৰৰ আনুপূৰ্ব্বিক সকলো ঘটনা জানিব পাৰিলে, তেতিয়া মাউৰা অমলা জনীলৈ তেওঁৰ বৰ বেয়া লাগিল। হঠাৎ এদিন পবিত্ৰব্ৰতৰ লগত তেওঁলোকৰ ঘৰ পালেহি। তেওঁ আহি অমলাৰ কথা-বতৰা কাজ কাম দেখি একেবাৰে মুগ্ধ হৈ পৰিল। এই এধানমান ছোৱালী জনী বোৱা-কটা, ৰন্ধা-বঢ়া আৰু পৰিবেশন কাৰ্য্যত কেনে নিখুঁত আৰু পাকৈত? লিখা পঢ়াও শিকিছে। বুঢ়ীতো পবিত্ৰৰ মুখৰ পৰায়েই শুনিছে অমলাই ১ম বিভাগত এম, ই পাছ কৰা বুলি। অমলাৰ কাৰণে বুঢ়ীৰ এনেয়ে মনপুৰি আছিল, তাতে তাইক দেখাৰ পাছৰে পৰা তেওঁৰ প্ৰবল ইচ্ছা জন্মে তাইক পুতেকলৈ বিয়া কৰাবলৈ। সেয়ে বুঢ়া পবিত্ৰৰ পেহীয়েক আৰু পবিত্ৰৰ আগত ভুবনলৈ তাইক দিয়াৰ প্ৰস্তাৱ তোলে। পবিত্ৰ সম্মত হয় আৰু পেহীয়েকেও দৰাৰ সকলো বিৱৰণ জানিব পাৰি বিশেষকৈ এই বুঢ়ী জনীৰ পুতেক বুলিয়েই আনন্দ মনেৰে শুভকাৰ্য্য শীঘ্ৰেই হোৱা উচিত বুলি কয়। তাৰ পাচত বুঢ়ী গৈ স্বামীজীৰ লগত আলোচনা কৰে। স্বামীজীয়েও আনন্দেৰে সম্মতি জনায় আৰু বিয়াখনৰ কাৰণে নিজে উঠি পৰি লাগে।

পবিত্ৰই মানুহ কেইজনক আগবঢ়াই আনিবলৈ গৈ স্বামীজীক দেখি অবাক হৈ পৰিল। স্বামীজীয়ে হাঁহি এটা মাৰি ক'লে—'মই অহা দেখি আপুনি আচৰিত হৈ পৰিছে নহয়। মই দেখিলোঁ। এই প্ৰথাটো ৰক্ষা কৰাৰ এটি বিশেষ তাৎপৰ্য্য আছে আৰু যাৰ কাৰণে মই নিজেই অহাটো আৱশ্যক।"

"তাৎপৰ্য্য যিয়েই নাথাকক স্বয়ং আপুনি যে আহি পৰিছে সেইবাবে মই পৰম সৌভাগ্যবান।"

"নহয়, নহয়, এইটো মোৰ কৰ্ত্তব্যহে। বিশেষতঃ আপোনাৰ কোনো অভাৱ অসুবিধা থাকিলে সেইটো জনা উচিত।"

স্বামীজীৰ কথাত পবিত্ৰব্ৰতে নামাতি কেৱল মনতে ভাবে কেনে মহান্ ভাৱৰ এই স্বামীজীটো। তাৰ পাচত তেওঁলোক গৈ ভিতৰ সোমাল। দৰা ঘৰৰ পৰা মানুহ আহিছে বুলি জানিব পাৰি মাৰল ঘৰৰ ভিতৰৰ পৰা এটি উৰুলি ধ্বনি উঠিল। স্বামীজীয়ে আকৌ এবাৰ হাঁহিলে—মধুৰ আৰু গাম্ভীৰ্য্য পূৰ্ণ হাঁহি। পবিত্ৰব্ৰতে স্বামীজী আৰু তেওঁৰ লগত অহা মানুহ দুজনক বহিবলৈ দি এবাৰ মাৰল ঘৰৰ ভিতৰলৈ গৈ আগন্তুক সকলৰ অভ্যৰ্থনাৰ ব্যৱস্থা কৰিবলৈ ক'লে। লগতে স্বামীজী যে ফলাহাৰত বাহিৰে সকলো সময়তে আহাৰ নকৰে তাকো জনালে।

পবিত্ৰ মাৰল ঘৰৰ পৰা বাহিৰ হ'ল। অমলা তিৰোতা সকলৰ অভ্যৰ্থনাত ব্যস্ত আছিল। দাদায়েকৰ কথাকেষাৰ তাইৰ কাণত পৰিল। পেহীয়েকৰ জীয়েক নিৰুৱে ৰগৰ কৰি ক'লে—"হেৰ অমলা! তহঁতৰ বাবাজীটোক কি অভ্যৰ্থনা কৰিব ক'লে শুনিলি। বাবাজীৰ বস্তু ক'ত আছে যোগাৰ কৰ, আমি সেইবোৰৰ দিহা পোহা নাপাওঁ পাই।" কথা কিটা কৈ নিৰুৱে খিল্ খিল্ কৈ হাঁহি উঠে। নিৰুৰ মাকে ৰান্ধনীশালৰ পৰা খঙেৰে কয়—"তহঁতৰ কি হৈছে অ' নিৰু! সকলো সময়তে ঠাট্টা মস্কৰা—মানুহ দুনুহ বিচাৰ নাই। যা, দৰা ঘৰৰ মানুহক মুখ হাত ধুবলৈ পানী দুনী দে গৈ। এপাল ছোৱালী আছ চাহটোপাৰে যোগাৰ কৰচোন। মই তেওঁলোকৰ খোৱাৰ ব্যৱস্থা কৰোঁ।"

নিৰ্ম্মলে ভাল ল'ৰাটোৰ দৰে নিজ কৰ্ত্তব্য কৰি ধঁপাত এচিলিম লগাই আনি স্বামীজীৰ ওচৰত ইতস্তত ভাবে থিয় হয়। স্বামীজীয়ে

এবাৰ তাৰ মূৰৰ পৰা ভৰিলৈ নিৰীক্ষণ কৰে। পবিত্ৰ ব্ৰতে হাঁহি এটা মাৰি কয়—"তোক দেখিছোঁ নিজৰ কামটো নিয়ঁাৰিকৈ পালন কৰিছ। ধঁপাত তামোল দিয়া চাকৰীৰ পৰা তোক প্ৰমোচন হে দিব লাগিব। শুন, এখেতসকলে আমাৰ মানুহ বিলাকৰ দৰে ধঁপাত চিগাৰেট নাখায়। তই প্ৰথমে ভৰি হাত ধুবলৈ পানী তুনীকে আনি দেচোন।" নিৰ্ম্মল যাবলৈ উদ্যত হ'ল, এনেতে স্বামীজীয়ে ক'লে— "ৰ, ৰ অলপ পাছে পলমে আনিলেও হব। তোৰ নামটো কচোন বাৰু ?"

"মোৰ নাম শ্ৰীনিৰ্ম্মল চন্দ্ৰ দাস।"

"বেচ ভাল নাম। বাৰু তোৰ ঘৰ ক'ত ?"

"মোৰ ঘৰ এইটোৱেই"। নিৰ্ম্মলে কথা কেইটা যেন বৰ গৰ্ব্বেৰে কয়। স্বামীজী অকণমান ল'ৰাটোৰ সৰল স্পষ্ট উক্তি শুনি আচৰিত হয় আৰু হাঁহি হাঁহি কয়—তইতো পৰৰ ঘৰক বেচ্ নিজৰ কৰিব পাৰিছ। স্বামীজীয়ে চকুত জিজ্ঞাসুৰ দৃষ্টি লৈ এবাৰ পবিত্ৰৰ ফাললৈ চায়। পবিত্ৰব্ৰতে স্বামীজীৰ অন্তৰৰ কথা বুজিব পাৰি নিৰ্ম্মলৰ অনাথ অৱস্থাটো কবলৈ ধৰে। নিৰ্ম্মলে লাজতে পানী আনোঁ গৈ বুলি তাৰ পৰা আঁতৰি যায়। তাৰ জীৱনৰ করুণ ইতিহাসটো শুনি স্বামীজীৰ অন্তৰত আঘাত লাগে আৰু লগে লগে কৈ উঠিল—"ল'ৰাটোৰ তো বেচ বুদ্ধি থকা যেন লাগে।"

"হয় তাৰ বুদ্ধি বেচ চোকা। তাক পঢ়িবলৈ দি দেখিলোঁ— অলপ কেইদিন মানৰ ভিতৰতে সি অনেক খিনি আয়ত্ত্ব কৰি পেলাইছে। এবাৰ কোনো এটা কথা ক'লে দ্বিতীয় বাৰ কবৰ আৱশ্যক নকৰে।" কথা কেষাৰ কৈ পবিত্ৰই এটি নিশ্বাস পেলাই আকৌ আৰম্ভ কৰে—"নিৰ্ম্মলৰ দৰে দেশৰ কত বুদ্ধিমান ল'ৰাৰে

দৰিদ্ৰতা আৰু নিঃসহায় অৱস্থাৰ নিস্পেষণত জীৱন ব্যৰ্থ হৈ গৈছে। অনাদৰ, অৱহেলা আৰু অযত্নত সিহঁতৰ জীৱন বিকাশ হব নোৱাৰি অন্ধকাৰৰ অটল গৰ্ভত পোত খাই পৰিছে।"

"চোভিয়েটৰ শিক্ষা ব্যৱস্থা এই ক্ষেত্ৰত অনুকৰণ কৰিবলগীয়া।"

"মোৰো মনত সেই কথাকে খেলায়। বিশেষকৈ এই নিৰ্ম্মল অহা দিনৰে পৰা মোৰ মনত এটি ভাৱে খুন্দিয়াব ধৰিছে যে আজি অন্ততঃ স্বাধীন সাৰ্ব্বভৌম ৰাষ্ট্ৰ এখনত ৰুচিয়াৰ দৰে অনাথ সকলৰ এটি শিক্ষা ব্যৱস্থা থকা উচিত। আৰু মোৰ বিধান সভাৰ প্ৰথম কৰ্ত্তব্য হব এইটোৱেই।" পবিত্ৰৰ মহানুভৱতাত স্বামীজী মুগ্ধ হৈ পৰে। ইতিমধ্যে নিৰ্ম্মলে হাত মুখ ধুবৰ বাবে পানী থৈ গামোচা লৈ ওচৰতে থিয় হয়। স্বামীজীৰ উপস্থিত নিজ কৰ্ত্তব্যৰ কথা মনত পৰে। তেওঁ পবিত্ৰব্ৰতক কয়—"আপোনাৰ ভনীয়েক আমাৰ ওচৰলৈ আহিবলৈ লাজ কৰিব নেকি?"

পবিত্ৰই নকৰে বুলি জনাই অমলাক মাতি আনিবৰ কাৰণে নিৰ্ম্মলক পাচিলে। স্বামীজী হাত মুখ ধুই ললে। লগৰ মানুহ দুজনেও ধুলে। অমলা আহি আটাইকে সেৱাজনাই স্বামীজীৰ ওচৰত থিয় হ'ল। লগৰীয়া মানুহ এজনলৈ স্বামীজীয়ে ইঙ্গিত কৰাত তেওঁ চুটকেচ এটা মেলি স্বামীজীৰ আগত ধৰিলে। স্বামীজীয়ে তাৰ ভিতৰত থকা অলঙ্কাৰ কেইপদ মান, পাটৰ ৰিহা মেখেলা এজোৰ, তেলৰ বোটল, আৰ্চ্চি, চিৰুণী আৰু সিন্দুৰৰ কৌটাটো উলিয়াই অমলাৰ হাতত তুলি দি কলে—"আই! বস্তু কেইপদ সামান্য হলেও ইয়াৰ ভিতৰত আমাৰ এটি বিৰাট শুভেচ্ছা সোমাই আছে। আশা কৰোঁ তুমি ইয়াক আদৰেৰে গ্ৰহণ কৰিবা।

ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ। তোমাৰ জীৱন মধুময় মঙ্গলময় হওঁক।" কথাৰ লগে লগে স্বামীজীয়ে থিয় হৈ—ওঁ—ওঁ—ওঁ বুলি কিছু সময় ভাবত তন্ময় হয়। তাৰ পাচত দুখোজ মান গৈ আনজন সঙ্গীৰ ওচৰত থকা ৱাৰ্দ্ধা হুইল যঁতৰটো আনি অমলালৈ চাই কয়—"তোমাক দিবলৈ আমাৰ আৰু এটি বস্তু আছে। এইটো হৈছে আমাৰ আশ্ৰমৰ প্ৰতীক স্বৰূপ চৰখা। আশা কৰোঁ তোমাৰ সুদীৰ্ঘ জীৱনত ই তোমাৰ সহচৰ ৰূপে থাকিব।" অমলাই আগৰ বস্তু কেইপদ দাদায়েকৰ হাতত দি অতি আগ্ৰহ আৰু ভক্তি ভাৱেৰে যঁতৰটি গ্ৰহণ কৰিলে আৰু মূৰ দোৱাই স্বামীজীলৈ আৰু এটি সভক্তি প্ৰণাম জনালে।

তাৰ পাচত পবিত্ৰৰ অনুৰোধক্ৰমে তেওঁলোক ভিতৰলৈ গ'ল। মাৰল ঘৰত তেওঁলোকৰ অভ্যৰ্থনাৰ সকলো বস্তুৰে প্ৰস্তুত হৈ আছিল। অভিৰুচি অনুসাৰে তেওঁলোকে জা-জলপান কৰিলে।

স্বামীজীয়ে যা-যোগাৰৰ এটি এটিকৈ সকলো সম্ভেদ ললে। ভৱিষ্যত পবিত্ৰৰ কোনো ৰকমৰ নাটনি হব পাৰে বুলি দুশ টকা জেপৰ পৰা উলিয়াই পবিত্ৰৰ হাতত গুজি দি কলে—"এই খিনি ৰাখি থওকচোন আৱশ্যক হব পাৰে।" পবিত্ৰই আপত্তি জনাই কলে—"নহয় নহয় মোৰ টকাৰ নাটনি নহব. আপুনি ৰাখি থওক।" স্বামীজীয়ে কিন্তু এবাৰ যিদিছে দিছেই তাক আৰু ওভোটাই নললে। স্বামীজী গ'ল। যাবৰ সময়ত কৈ গ'ল ভগবানে কৰিলে ৰঙিয়াৰ শিক্ষক সভাত পুনঃ দেখা দেখি হম। যথাসময়ত পুৰোহিত শাস্ত্ৰীয়ো আহি ওলাল। পবিত্ৰ শুভাধিবাসৰ বাবে প্ৰস্তুত হোৱাত লাগি গ'ল।

---

হঠাৎ ৰিণা নিৰুদ্দেশ। ৰাতিপুৱা পুলিচ ইন্স্পেক্টৰৰ ঘৰত হৈ চৈ লাগি পৰিল। ৰিণা নাই, বৰুৱানী কান্দি উঠিল—হায়! মোৰ ৰিণা কলৈ গ'ল? চাপ্ৰাচী, মালী, বাপুটী আদি সকলোৱে চাৰিওফালে বিচাৰি চালে। ঘৰৰ প্ৰতিটো ৰুম্, ৰান্ধনীঘৰ, মালী চাপ্ৰাচী আদি থকা ঘৰ আনকি বৰুৱা চাহাবৰ মটৰ গেৰেজ আদি সকলোতে তন্ন তন্নকৈ বিচৰা হ'ল। মিনি-মণ্টুৱে ব্ৰহ্মপুত্ৰৰ পাৰত চালে; কিন্তু ৰিণাক ক'তো পোৱা নগল। বৰুৱা চাহাবো বিচলিত হৈ পৰিল। জানোচা ৰিণাই আত্মহত্যা কৰিলে? পুলিচলৈ খবৰ পঠিয়াই ঠায়ে ঠায়ে গোপন অনুসন্ধান কৰা হ'ল। কিন্তু ক'তো কোনো শুংসূত্ৰকে পোৱা নহ'ল। তেন্তে কি ৰিণা পবিত্ৰৰ ওচৰলৈ গ'ল? বৰুৱাই গোপন অনুসন্ধানৰ বাবে পবিত্ৰৰ ওচৰলৈ মানুহ পঠিয়াই দিলে। পবিত্ৰৰ ওচৰৰ পৰা ঘূৰি অহা মানুহৰ পৰাও যেতিয়া ৰিণাৰ কোনো সংবাদকে পোৱা নগ'ল বৰুৱাই তেতিয়া এটা দীঘল হুমুনিয়াহ পেলালে। বৰুৱানী ভাত পানী এৰি বিছনাত পৰিল। বৰুৱাৰ তেজাল মনটোৰ নতুন পৰিকল্পনা তথা আত্ম গৌৰৱ, আত্ম সম্মান সকলো যেন আজি ভস্মীভূত হৈ গ'ল। তেওঁ ড্ৰইং ৰুমৰ পিচফালৰ বাৰান্দাৰ চকি এখনত বহি দিগন্তৰ ফালে একেথৰে চাই ৰ'ল। ব্ৰহ্মপুত্ৰৰ সিপাৰৰ পৰ্ব্বতমালাৰ ওপৰত লাগি থকা আকাশখন তেওঁৰ চকুত পৰিল। একখণ্ড ক্ষুদ্ৰ ক'লা মেঘ। সি যেন ক্ৰমে তাৰ শত বাহু বিস্তাৰ কৰি আকাশৰ বুকুত থকা কিৰণ মালাক আৱৰি পেলালে। হয়তো এতিয়াই এই ক্ষুদ্ৰ মেঘ খণ্ডৰ পৰা ভীষণ বতাহ বৰষুণৰ সৃষ্টি হব। বৰুৱাই ভাবে প্ৰকৃতিৰ কি বিচিত্ৰ লীলা! এই

ক্ষুদ্ৰ জল বিন্দুৰ ভিতৰত কি ৰুদ্ৰ শক্তি সোমাই আছে? ইয়াক জানো মানুহে বোধ কৰিব পাৰে? তলৰ ব্ৰহ্মপুত্ৰলৈ এবাৰ লক্ষ্য কৰে। বিশাল ব্ৰহ্মপুত্ৰৰ বুকুতো উতলা নাচোন। তেন্তে কি আজি এটি মহাপ্ৰলয় হব? হওক মহাপ্ৰলয়; সেয়ে ভাল। বৰুৱাই এবাৰ ভগবানৰ উদ্দেশ্যে প্ৰাৰ্থনা জনায়—"প্ৰভু! তোমাৰ অস্তিত্ব জীৱনত এদিনলৈকে অনুভৱ কৰা নাছিলোঁ। নিজৰ ক্ষমতাতে মত্তহৈ সকলোকে পাহৰি পেলাইছোঁ। কিন্তু আজি হাড়ে হাড়ে উপলব্ধি কৰিব পাৰিছোঁ মানুহৰ শক্তি কিমান ক্ষুদ্ৰ, কিমান তুচ্ছ। হে মহাকাল! তোমাৰ ভীষণ প্ৰয়লৰ ঘূৰ্ণিবতাহত পৃথিবী ধ্বংস কৰি দিয়া। লগে লগে ধ্বংস হৈ যাওক এই ৰুদ্ৰেশ্বৰৰ সকলো দম্ভ সকলো অহঙ্কাৰ"। বৰুৱানীৰ কথা এবাৰ মনত পৰে। বৰুৱা বহাৰপৰা উঠি লাহে লাহে বৰুৱানীৰ কমৰ ফালে খোজ ললে।

ৰিণাই যেতিয়া বুজিব পাৰিলে যে ৰবিন এটি ভোমোৰাৰ দৰে তাইৰ বিকসিত জীৱনলৈ আহি আকৌ উৰা মাৰি গুচি গ'ল; তেতিয়া তাইৰ মন অনুতাপত দেইপুৰি যাবলৈ ধৰিলে। লাহে লাহে পবিত্ৰৰ উদাৰ সৌম্য মূৰ্ত্তিটো মনলৈ আহে। তাই প্ৰাণত এটি অসহনীয় বেদনা অনুভৱ কৰে। হায়! ৰিণাই স্বৰগৰ দেৱতাক যে নিৰ্ম্মম-ভাবে কঠোৰ হাতেৰে বিসৰ্জ্জন দি আহিছে। তাই যে মাণিক নিচিনি অন্ধৰ দৰে কাঁচতে মুগ্ধ হৈ পৰিছিল, কিন্তু এই ভুল সংশোধনৰ জানো উপায় আছে? মাকে তাইক কতবাৰ যাবলৈ কৈছিল—বিশেষকৈ অমলাৰ বিয়াৰ অজুহাত দেখুৱাই। অমলাই অৱশ্যে তাইৰ কৰ্ত্তব্যকে কৰিছে। কিন্তু ৰিণাই জানো কেতিয়াবাই নিজ কৰ্ত্তব্যক নেওচনি দি অহা নাই। তাইৰ মনটোৱে বিয়া চাবলৈ যোৱাতো সমৰ্থন কৰিব নোৱাৰিলে। বিয়াৰ দিনটোত তাইৰ মনৰ ওপৰেদি নানা চিন্তা

ভাৱনাৰ ধুমুহা-বতাহ বৈ গ'ল। সেইদিনাখন সিহঁতৰ ঘৰৰ ওচৰতো বেণ্ড বাজিছিল। হয়তো ৰবিন কটকীৰ বিয়াৰ বেণ্ড। বেণ্ডৰ প্ৰতিটো শব্দৰে অসহনীয় বেদনা লৈ তাইৰ অন্তৰত আঘাত কৰিছিল; আৰু তাই অনুভৱ কৰিছিল যেন নৈৰ গড়া খহনীয়াৰ দৰে তাইৰ কলিজাৰ একো একোটি অংশ গুৰুম্ গুৰুম্ কৈ খহি পৰিল। বিয়া পাৰ হৈ গৈছে, বেণ্ডৰ বাজনাও বন্ধ হৈছে। কিন্তু তাইৰ অন্তৰৰ বাজনা বন্ধ হোৱা নাই। যিমানে দিন যাব ধৰিছে সিমানে অন্তৰৰ বেদনা চৰিব লাগিছে। ৰাতি বিছনাত পৰি ভাবে আকাশ-পাতাল-নানা ভাৱনা। মনতে ভাবে তাই জীৱনত যি মহাপাপ কৰিলে তাৰ প্ৰায়শ্চিত্তই বা কি? হঠাৎ এদিন ৰিণাই সঙ্কল্প কৰি পেলালে যে তাই আত্মহত্যা কৰি এই পাপৰ প্ৰায়শ্চিত্ত কৰিব। ৰাতি সকলোৱে টোপনিত পৰাত ৰিণা হাতত সাৰে ভৰিতসাৰে ওলাই যায় ব্ৰহ্মপুত্ৰৰ উদ্দেশ্যে।

চতুৰ্দ্দশী জোনটো যেন আকাশৰ পৰা নামি ব্ৰহ্মপুত্ৰৰ বুকুত নাচিব ধৰিছে—সুন্দৰ ধুনীয়া জোনটো। অদূৰত শিয়াল কেটামানে হোৱা-হোৱা কৈ ধ্বনি কৰে। ৰিণাৰ বৰ ভয় লাগে। তাইৰ সকলো সঙ্কল্প মুহূৰ্ত্তৰ ভিতৰতে ধূলিৰ লগত লীন হৈ যায়। আগন্তুকৰ কথা মনত পৰি গাটো এবাৰ কঁপি উঠে। ব্ৰহ্মপুত্ৰৰ পানীত বুৰ গৈ থকা ধুনীয়া জোনটোৰ দৰে তাইৰ পেটত থকা এখন ধুনীয়া মুখ মনত ভঁাহি উঠে, যি খনি মুখৰ সন্ধান আন কোনোৱে নাপায়। ৰিণাৰ ইচ্ছা ব্যৰ্থতাত পৰ্য্যবসিত হয়। তাই আকৌ উভতি আহে নিজৰ শোৱনি কোঠালৈ। বিছনাত পৰি নানা কথাকে ভাবে। গোটেই কোঠাটোতে পবিত্ৰৰ পবিত্ৰ মূৰ্ত্তিটো বিচৰণ কৰি ফুৰা যেন তাইৰ অনুভৱ হয়। পবিত্ৰৰ ওচৰত থিয় দিবৰ তাইৰ আজি সাহস নাই, যোগ্যতা নাই। তেন্তে তাই কৰে কি? প্ৰায়শ্চিত্ত—পলে পলে

যে জাগি উঠে প্ৰায়শ্চিত্তৰ কথা ? কিন্তু ইয়াৰ প্ৰায়শ্চিত্তই বা কি ? ৰিণা আজি নৈৰ মাজত বন্ধ হৈ পৰা জ'ঁাজিৰ দৰে নিঃসহায়া। কোনে কৈ দিব তাইক প্ৰায়শ্চিত্তৰ কথা। দুচকুৰে চকুলো সৰি পৰে; আৰু খিৰিকিৰে অহা জোনৰ পোহৰত সেইবোৰ জিলিকি উঠে মুকুতাৰ দৰে। ৰিণাৰ ভাৱনাৰ নাওখন পাৰহীন সমুদ্ৰত ভাহি যায় দূৰলৈ—বহু দূৰলৈ। হঠাৎ যেন তাই পাৰ দেখিবলৈ পালে। মনত পৰে কাকতে পত্ৰে পাই অহা বৈদ্যগড় আশ্ৰমৰ কথা। ৰিণাই স্থিৰ কৰি পেলায় কলঙ্কিত জীৱনৰ বাকী ছোৱা কাল স্বামীৰ আদৰ্শকে লৈ তাই সেৱাকাৰ্য্যত কটাই দিব। শোৱনি ঘৰৰ সম্মুখৰ দুৱাৰখন লাহে লাহে খুলি ৰিণা এবাৰ বাহিৰ ওলাই আকাশ খনলৈ চায়। পূব আকাশত তেতিয়া ভোটা উঠিছে। দূৰত কুকুৰাৰ ডাক। তাই আকৌ আহি ৰুমত সোমাই দুৱাৰখন বন্ধ কৰে। লাহে কৈ চুইচটো টিপি দি বেচ পৰিপাটিকৈ কাপোৰ কানি পিন্ধি লয়। তাৰ পাচত ভেনিটী বেগটো হাতত লৈ চুইচটো বন্ধ কৰি পিচফালৰ দুৱাৰখন খুলি বাহিৰ ওলায়। বাৰান্দাত থিয় হৈ এবাৰ চাৰিওফালে চাই ললে। ঘৰৰ কোনো ক'তো উঠা নাই—কাৰো ক'তো সঁহাৰি নাই। আগ-ফালৰ গেটৰ তলাবন্ধ। ৰিণা পিচফালৰ গেটেৰে ব্ৰহ্মপুত্ৰৰ পাৰ ওলাল। তেতিয়াও চতুৰ্দ্দশীৰ জোনটো মাৰ যোৱা নাই। দূৰত কামাখ্যা পাহাৰ তাইৰ চকুত পৰে। মা-কামাখ্যাৰ প্ৰতি ৰিণাই এটি সভক্তি প্ৰণাম জনায়। ৰিণাৰ মন উদ্বেগ শূন্য ধুমুহা-বতাহৰ পিচৰ মহা সমুদ্ৰৰ দৰে ধীৰ স্থিৰ উৰ্মিহীন। তাইৰ জীৱনৰ সকলো ঘটনায়ে যেন আজি তাইৰ মনত নিশাৰ সপোনৰ দৰে অসাৰ অবাস্তৱ। নিদ্ৰাৰ পাচত যেন ৰিণা আকৌ প্ৰকৃত-ৰূপত উপনীত হৈছে। ৰিণাই মনত বল বান্ধি আগুৱাই যায় ষ্টেচন বুলি।

তেতিয়াও নগৰৰ মানুহ বোৰ জাগি উঠা নাই। প্ৰহৰীবোৰক ৰাস্তাৰ মোৰে মোৰে থিয় হৈ থকা ৰিণাই দেখিবলৈ পায়। ইফাল সিফালকৈ খোজ কাঢ়ি থকা প্ৰহৰীয়ে বুটে বুটে লগাই বৈ এবাৰ ৰিণাৰ ফালে চায়। সিহঁতৰ বুটৰ শব্দ ৰিণাৰ কাণত পৰে। বুকুখন অলপ লৰি উঠে। কিন্তু কোনো ফালে চকু নকৰি অবিচলিত ভাবে গৈ থাকে তাইৰ গন্তব্য স্থানলৈ। প্ৰহৰীহঁতৰ কোনোৱে হয়তো একোটা নিশ্বাস পেলায় নিজৰ সঙ্গিনীৰ কথা ভাবি। হয়তো তাৰ বিৰহ বেদনাত চাকৰীটোৰে ওপৰত ঘৃণা জন্মে। দুই এঘৰত ইটিয়ে সিটিয়ে হোৱা আলাপৰ অস্পষ্ট শব্দ শুনিবলৈ পায়। বোধ হয় কোনোবা দম্পতীৰ প্ৰভাতী সুৰত নিদ্ৰাভঙ্গ হোৱাত অলসভাৱে বিছনাৰ ওপৰতে শৰীৰটো ৰাখি কথোপকথন কৰিছে। ৰিণাগৈ ষ্টেচনত উপস্থিত হয়।

গাড়ীৰ ৰাইট টাইম সাড়ে চাৰিটা বজাত। ষ্টেচনৰ ঘড়ীলৈ চাই দেখিলে তেতিয়াও আধা ঘণ্টা বাকী। তাই ভগবানৰ ওচৰত প্ৰাৰ্থনা জনায় কোনো কাৰণে যেন আজি গাড়ী লেট নহয়। ৰিণাই প্লেটফৰ্ম্মৰ ফাললৈ খোজ লয়। মনত এবাৰ ভাব হয় যদি কোনো পৰিচিত মানুহে লগ পায়? তাই গৈ প্লেটফৰ্ম্মৰ এটি কোণত অকলে থিয় হৈ গাড়ীৰ আগমন প্ৰতীক্ষা কৰে। ব্যাকুল মনটোৱে সঘনে ৰেলৰ ওপৰেদি সম্মুখলৈ ভুমুকি মাৰে। চঞ্চল চকুজুৰিয়ে গাড়ীৰ ইঞ্জিনটোৰ ছবি দেখিবলৈ ধৰে। কাণ দুখনে কিহবাৰ শব্দ শুনিবলৈ ব্যগ্ৰভাবে প্ৰতীক্ষা কৰে। নিৰ্দ্দিষ্ট সময়ত গাড়ী আহি পৰিল। ৰিণাৰ মুখলৈ যেন পানী আহিল। তাই কিন্তু ১ম বা ২য় শ্ৰেণীৰ গাড়ীত দৃষ্টি লক্ষ্য কৰে জননা গাড়ীলৈ। খৰ্ ধৰ্ কৈ জননা কোঠা এটি বিচাৰি লৈ ৰিণাই ততাতৈয়াকৈ উঠি এটি স্বস্তিৰ নিশ্বাস পেলায়। কিন্তু গাড়ীখন যে

অতপৰেও নচলে। দহ মিনিট ষ্টপেজ। আজি কি ৰেলৱেৰ ঘড়ীৰ মিনিটৰ ঘৰবোৰ ঘণ্টা হৈ পৰিল? টিলিং-টিলিং কৈ গাড়ী এবাৰ ঘণ্টা পৰে। ৰিণাই এবাৰ চাৰিওফালে চাই লয়। নাই, কোনো ক'তো নাই। তাই ভগবানৰ প্ৰতি কৃতজ্ঞতা জনালে। দীঘল উকি এটি মাৰি ধাপচ্ ধুপুচ্ কৈ গাড়ীখন যাবলৈ ধৰিলে। চলন্ত গাড়ীৰ ওপৰ্ৱত ৰিণাৰ শ্ৰান্ত মনটোৱে লক্ষ্য স্থানলৈ ধাপলি মেলিলে।

( ২৫ )

"ৰঙিয়া—ৰঙিয়া ষ্টেচন।"

"পান বিৰি চিগাৰেট—চিগাৰেট পান।"

"চা গৰম—গৰম চা—চা-এ গৰম—গৰমা গৰম" ইত্যাদি বিভিন্ন ধৰণৰ চিৎকাৰত ৰিণাৰ তন্দ্ৰালস চকু দুটা হঠাৎ মেল খালে। তাই উজাগৰত বহি যোৱা চকু দুটা এবাৰ দুয়ো হাতেৰে মোহাৰিলৈ খিৰিকিখন ওপৰলৈ তুলি বাহিৰলৈ চাই পঠিয়ালে। ৰাতিপুৱাৰ ৰঙা ৰ'দ তেতিয়া চিটিকি পৰিছে। "RANGIA STATION" লিখা ডাঙৰ আখৰ কেইটা ৰিণাৰ চকুত পৰিল। তাই ততাতৈয়াকৈ নিজৰ পোচাকটো এবাৰ জাৰি জোকাৰি পৰিপাটিকৈ ললে। তাৰ পাছত ভেনিটি বেগটো হাতত লৈ লাহে লাহে প্লেটফৰ্ম্মত নামি পৰিল।

ৰিণাই ইতস্ততঃ ভাবে প্লেটফৰ্ম্মৰ ওপৰত দুই এখোজ কাঢ়ি মনতে ভাবে—বৈদ্যগড় আশ্ৰম ৰঙিয়াৰ পৰা ৮ মাইল উত্তৰে। কিন্তু কোন বাটেৰে কেনেকৈ যাব লাগিব তাইৰ তো জনা নাই। সোধা যায় কাক? তাইৰ চকু জুৰিয়ে অনুসন্ধিৎসুৰ দৃষ্টি লৈ এবাৰ ইফালে সিফালে চায়। এনেতে সম্মুখত অলপ আঁতৰতে

খকৃখকীয়া বগা খদ্দৰৰ পঞ্জাবীৰ ওপৰত ৰঙীন খদ্দৰৰ জৱহৰ কোট পিন্ধা এজন ভদ্ৰলোকক দেখিবলৈ পালে। ভদ্ৰলোক জনৰ ফাললৈ ৰিণাই একেথৰে চাই থাকে। তাই যেন কিবা এটা পাহৰা কথা মনত পেলাবলৈ চেষ্টা কৰে। তাইৰ অনুমান হয় এই মানুহ জনক যেন তাই কেতিয়াবা ক'ৰবাত দেখিবলৈ পাইছিল। কিন্তু অনেক চেষ্টা কৰিও ৰিণাই কথাটো স্মৃতিলৈ আনিব নোৱাৰি নিজৰ মানসিক দুৰ্ব্বলতাৰ বাবে ধিক্কাৰ মানিলে। ৰিণাই কেই খোজ মান আগবাঢ়ি সঙ্কুচিত ভাবে ভদ্ৰলোক জনৰ পিচফালে থিয় দিলে। ভদ্ৰলোক জনে গাড়ীৰ ভিতৰৰ সম্মুখৰ বেঞ্চখনতে বহি থকা এজন দিব্যশ্ৰীৰ মানুহৰ লগত কথা পাতিছে। ভিতৰৰ মানুহজনৰ সম্পুৰ্ণ শৰীৰটো দেখা নগলেও দৃশ্যমান অৱয়ব আৰু পোচাক পৰিচ্ছদৰ পৰা পৰিষ্কাৰ কৈ বুজিব পাৰি তেওঁ এজন নিষ্ঠাবান ব্ৰহ্মচাৰী হব। তেওঁলোকৰ দুটা এটা কথা ৰিণাৰ কাণত পৰে। তাই বুজিব পাৰে তেওঁলোকে আশ্ৰমৰ কথাকে কৈছে। ৰিণাই তৎক্ষণাৎ সিদ্ধান্ত কৰি পেলালে—এওঁলোক নিশ্চয় আশ্ৰমৰ লগত কোনো ৰকমৰ সম্পৰ্ক থকা লোক হব। হয়তো ভিতৰৰ জন অধ্যক্ষ কৰ্ম্মানন্দ স্বামীও হব পাৰে। তাই মনত সাহস পায়।

ষ্টেচন ঘৰত টং টং কৈ ঘণ্টা পৰিল। গাড়ীয়ে এটি দীঘল উকি মাৰি প্লেটফৰ্ম্মখন পিচত পেলাই যাবলৈ ধৰিলে। ভুবন গোস্বামীও স্বামীজীক বিদায় দি উভতিবলৈ খোজ দিছে মাথোন, এনেতে সমুখত ভদ্ৰমহিলা গৰাকীক দেখা পাই অলপ থমকি ৰল। তেওঁ বুজিব পাৰিলে ভদ্ৰ মহিলা গৰাকীয়ে যেন তেওঁক কিবা কবলৈ খুজি কব পৰা নাই। গোস্বামীয়ে মহিলা গৰাকীৰ ভৰিৰ পৰা মূৰলৈকে এবাৰ দৃষ্টি কৰিলে। হঠাতে তেওঁৰ মনত পৰি যায় ছমাহ আগৰ কথা এটি।

সেই যে গৌহাটী কাছাৰি ঘৰৰ সম্মুখত তেওঁ ৰবিন কটকীক লগ ধৰোঁতে মহিলা গৰাকীক দেখিবলৈ পাইছিল, সেই মহিলা গৰাকী নহয় তো। চেহেৰাৰ এটা পাৰ্থক্য পৰিলক্ষিত হলেও তেওঁ যেন অৱয়বত সম্পূৰ্ণ মিল দেখিবলৈ পায় ; কিন্তু সেইটোৱে বা হয় কেনেকৈ ? অসম্ভৱ ! পুলিচ ইন্সপেক্টৰৰ ছোৱালী এনেভাবে অকলে থাকিবইবা কিয় ? উপযাচি পৰিচয় লবলৈ যোৱাটোও তেওঁ অসমীচীন অনুভৱ কৰিলে। তেওঁ অলপ ফালৰি কাটি যাবলৈ খোজ দিছে মাথোঁন এনেতে ভদ্ৰ মহিলা গৰাকীয়ে কৈ উঠিল—"হেৰি, আপুনি মোক অলপ সহায় কৰিব পাৰেনে ?"

"বাৰু কওঁক আপোনাক কি সহায় কৰিব পাৰোঁ।"

"মই বৈদ্যগড় আশ্ৰমলৈ যাম। কেনেকৈ যাব পাৰোঁ তাৰে অলপ দিহা লগাই দিলে পৰম উপকৃত হম।" মহিলা গৰাকীৰ কথাত ভুবন গোস্বামীৰ কৌতুহল আৰু বেছিকৈ বাঢ়িল। তেওঁ অতি নম্ৰ ভাবে সুধিলে—"আপুনি আহিছে কʼৰ পৰা ?" মহিলা গৰাকীয়ে যেন থট্‌মট্‌ খালে আৰু অলপ তলকা মাৰি উত্তৰ দিলে—"মই বহুত দূৰৰ পৰা আহিছোঁ। উদ্দেশ্য বৈদ্যগড আশ্ৰমত সেৱিকাৰূপে জীৱনৰ দিন কেইটা কটাই দিয়া।" ভুবন গোস্বামী আৰু আচৰিত হৈ পৰিল মহিলা গৰাকীৰ সংকল্পৰ কথা শুনি। তেওঁ মহিলা গৰাকীৰ ফাললৈ আৰু এবাৰ চালে। অন্তৰৰ কৌতুহল অন্তৰতে ৰাখি গোস্বামীয়ে জনালে যে তেওঁ বৈদ্যগড় আশ্ৰমৰ এজন সেৱক। আশ্ৰমৰ স্বামীজী আজি বিশেষ কাম এটাত বেনাৰসলৈ যাব লগীয়া হোৱাত তেখেতক থবলৈ ষ্টেচনলৈ আহিছিল। তেওঁলোকৰ আশ্ৰমৰ গাড়ী ষ্টেচনৰ গেটতে ৰৈ আছে। আশ্ৰমলৈ যোৱা হলে তেখেত সেই গাড়ীতে যাব পাৰিব। কথাষাৰ জানিব পাৰি বিণাৰ মনটো আনন্দেৰে

ভৰি পৰিল। তেওঁ বুজিলে ঈশ্বৰৰ কি অসীম করুণা। যি আশ্ৰম পৌছাৰ বাবে তেওঁ চিন্তা কৰিব লগীয়া হৈছিল সেই আশ্ৰমে যেন নিজেই তেওঁক আদৰি ললে। ৰিণাই ভুবন গোস্বামীৰ পাছে পাছে খোজ ললে। গোস্বামীয়ে অকল্পশৰীয়া চিট এখনত ৰিণাক বহিবলৈ দি নিজে ড্ৰাইভাৰৰ চিটত বহি লৈ গাড়ী চলাই দিলে। পঁচিশ মিনিটৰ ভিতৰতে গাড়ী গৈ আশ্ৰম সোমাল।

বিৰাট বেষ্টনীটোৰ মাজত আশ্ৰমৰ সাজ সজ্জা দেখি ৰিণা মুগ্ধ হৈ পৰিল। ভুবন গোস্বামীয়ে গাড়ীৰ পৰা নামি ৰিণাক কলে যে তেওঁৰ যদি কোনো ৰকমৰ আপত্তি নাথাকে তেন্তে তেওঁ বৰ্ত্তমান তেওঁৰ নিবাসতে উঠিব পাৰে; আৰু আৱশ্যকীয় কথাখিনি জনাৰ পাচত আশ্ৰমৰ সেৱিকা দলত ভৰ্ত্তি কৰি লোৱা হব। লগতে এইটোও জনালে যে তেওঁৰ নিবাসলৈ গ'লে কোনো ৰকমৰ অসুবিধা নহব; কাৰণ তাত তেওঁ তেওঁৰ মাক আৰু ঘৈণীয়েকক সঙ্গিনী হিচাবে পাব। ৰিণাই গোস্বামীৰ কথাতে মান্তি হৈ গাড়ীৰ পৰা নামিল। দুয়ো লাহে লাহে আগবাঢ়িল গোস্বামীৰ নিবাসলৈ। আশ্ৰমৰ বিৰাট বিৰাট ঘৰ বোৰে, ভাগে ভাগে কাম কৰা মানুহবোৰে আৰু সকলোতে বিৰাজ কৰা অসাধাৰণ শৃঙ্খলাই ৰিণাৰ মন বৰকৈ আকৰ্ষণ কৰিলে। তেওঁ গোস্বামীক মাজে মাজে প্ৰশ্ন কৰি যায়, গোস্বামীয়েও যথাযথ উত্তৰ দিয়ে। গোস্বামীয়ে নিজ নিবাসৰ পদূলি পাই কৈ উঠিল—আই! আই! ওলাই আহাচোন, আজি আমাৰ এজন নতুন অতিথি আহিছে। পুতেকৰ কথাত বৈঠকখানাৰ পিচৰ বাৰান্দাত বহি সূতা কাটি থকা গোস্বামীৰ মাকে মনতে ভাবে—কোন অতিথি! আন কালতো ভুবনে এইদৰে পদূলি মুখতে অতিথিৰ আগমনিৰ বাতৰি দিয়া নাছিল! বুঢ়ীয়ে কৌতুহলাবিষ্ট হৈ যঁতৰৰ সূতা যঁতৰতে এৰি

আথে বেথে ওলাই আহিল। আনপিনে অমলাই স্বামীৰ মাত বুজিব পাৰি তাঁত শালৰ পৰা উঠি ভিতৰৰ পৰা গামছা চুৰিয়া আনি গাধোৱা ঠাইত ৰাখিলে। গোস্বামীয়ে পুৱাৰ জলপান নকৰাকৈয়ে ওলাই গৈছে; গতিকে তেওঁ স্বামীৰ জলপানৰ ব্যৱস্থাত লাগিল। অলপ আগতে খীৰাই ৰখা গাখীৰখিনি কৰাহীটোত বহাই দি অমলাই স্বামী আৰু আলহীৰ বাবে জলপান সাজিবলৈ ধৰিলে।

বুঢ়ীয়ে পদূলি মুখ ওলাই নবাগত যুৱতী এজনীক দেখি আচৰিত হৈ পৰিল। যুৱতী গৰাকীৰ চকুমুখ আৰু শৰীৰলৈ চাই বুঢ়ীৰ সন্দেহ হ'ল যুৱতী গৰাকী যেন গৰ্ভধাৰিণী। কপালত সিন্দূৰৰ ফোঁট নাথাকিলেও ডিঙি আৰু হাতলৈ চাই তেওঁ বৈধব্যৰো কোনো চিন দেখিবলৈ নাপালে। যুৱতীৰ চকুৰ চাৰিওফালে পৰা ক'লা দাগ আৰু ম্লান শুকান মুখ খনলৈ চাই বুঢ়ী বুজিব পাৰিলে যে যুৱতী গৰাকীয়ে যেন অন্তৰত কিবা এটি ডাঙৰ আঘাত পাইছে। অথচ পোচাক পৰিচ্ছদ আৰু তাৰ পাৰিপাট্যই বুজাই দিয়ে যুৱতী গৰাকী নিশ্চয় কোনো সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালী। কিন্তু এনে নিঃসহায়ভাবে আশ্ৰমত উপস্থিত হোৱাৰে বা প্ৰয়োজন কি? বুঢ়ী হতভম্বৰ দৰে কিছুপৰ থিয় হৈ থাকি এবাৰ পুতেকৰ মুখৰ ফালে চালে। ইফালে ৰিণাৰ মনতো এটি বিষম সঙ্কোচ। বুঢ়ীয়ে তাইক কি চিনিব পাৰিছে? তাই এবাৰ নিজৰ শৰীৰৰ ফালে লক্ষ্য কৰে। হঠাতে হাতৰ ভেনিটি বেগটোলৈ চকু পৰি নিজৰ মাৰাত্মক ভুল এটা যেন ধৰিব পাৰে। তাই ভাবে—এনে ভদ্ৰবেশ এটালৈ আশ্ৰমত উপস্থিত হোৱাটোৱেই অনুচিত হৈছে। কিছুপৰ সকলোৱে মৌন হৈ থকাৰ পাচত ভুবন গোস্বামীয়ে মৌনতা ভাঙি মাকক কয়—আই! তুমি চাইছা কি? এখেত বহুত দূৰৰপৰা সেৱা কাৰ্য্যৰ বাবে আশ্ৰমলৈ আহিছে—

হয়তো নিজৰ আত্মীয় স্বজন মাক পিতাকক এৰি আহিছে। তুমিতো অকল মোৰে আৰু অমলাৰে মা হলে নহব—জগতৰ মাতৃহীন আৰু মাতৃহীনা সকলোৱে তোমাৰ সন্তান। যোৱা, এওঁক ভিতৰলৈ লৈ যোৱা। চকুমুখ দেখিয়ে বোধ হয় বুজিব পাৰিছা বৰ্ত্তমান এখেত বৰ ক্লান্ত। সেই বাবেই প্ৰথমে তোমাৰ মাতৃত্বৰ ওচৰলৈয়ে লৈ আহিছোঁ।

ভুবনৰ কথাত ৰিণা চমকি উঠিল। অমলা, অমলা—কোন অমলা! তেন্তে কি অমলাৰ বিয়া ইয়াতে হৈ গৈছে। নহয়, নহয়, তেখেতে কলে তুমিতো অকল মোৰ আৰু অমলাৰ মা হলে নহব। অমলা নিশ্চয় বুঢ়ীৰ ছোৱালী। এখেতৰ ভনীয়েকহে হব। ৰিণাই যেন এটি স্বস্তিৰ নিশ্বাস পেলাই বাচি গল।

বুঢ়ীয়ে আহ, আই! বুলি ৰিণাক আদৰেৰে মাতি নিলে। ভিতৰ সোমাই তেওঁ অমলাক এবাৰ মাতিলে—বোৱাৰী! ওলাই আহচোন, এজনী তোৰ লগৰী আহিছে।

"বোৱাৰী, বোৱাৰী" তেন্তে কি তাইৰ প্ৰথম ধাৰণাই সত্য। সচাঁকৈয়ে কি অমলা এই ঘৰৰ বোৱাৰী? ৰিণাৰ মনটো আকৌ কঁপি উঠে। তাই ভাৱে তাইৰ কি জীৱনটো ভুলৰ মাজতে পৰি সমাপ্তি হব। যি উদ্দেশ্য বুকুত বান্ধি আজি ৰিণাই সংসাৰৰ সকলো ৰকমৰ সম্পৰ্কৰ পৰা আঁতৰি জীৱনটো কটাই দিবলৈ ওলাইছে, সিও কি তাইৰ নিষ্ফল হব? ৰিণাৰ গোটেই শৰীৰ মনতেই এটি ভূমিকম্পৰ কম্পন অনুভূত হয়। ৰান্ধনী ঘৰত থকা অমলা জনী ওলাই দুৱাৰ দলি পায়। সন্মুখলৈ দৃষ্টি কৰি তাই দেখিবলৈ পালে তাইৰ নবৌৱেক ৰিণা!—ইকি? অমলা আঁচৰিত হৈ পৰে। তাই ভাবে তাইৰ ভ্ৰম হৈছে নেকি? এনেতে বুঢ়ীয়ে মাতে—বোৱাৰী!

ওলাই নাহ কিয় ? অপ্ৰত্যাশিত আশঙ্কাত উদ্বিগ্ন হৈ থকা ৰিণাই এবাৰ ৰান্ধনী ঘৰৰফালে মূৰ তুলি চায়। অমলা, ঠিক সেই অমলা। ৰিণাৰ মূৰ ঘূৰিবলৈ ধৰে। ৰিণাই অনুভৱ কৰে তাইৰ সকলো ব্যৰ্থ হ'ল—তাই আজি তাইৰ ননন্দৰ হাতত ভাবিব নোৱাৰা ভাৱে ধৰা পৰি গ'ল। ৰিণাৰ ভৰিৰ তলৰ পৃথিবীখন যেন লাহে লাহে আঁতৰি যায় ! নিজক সামৰিব নোৱাৰি তাই বহি পৰে। এনেতে অমলা দৌৰি আহি নবৌ নবৌ বুলি গলত সাৱটি ধৰিলে। মুহূৰ্ত্তৰ ভিতৰতে ঘটা ঘটনাৰ বৈচিত্ৰ্যতাত বুঢ়ী আঁচৰিত হৈ চিঞৰি উঠে—ভুবন—ভুবন ! নিজৰ কোঠালীত পোচাক পৰিচ্ছদ সোলোকাই গা ধুবলৈ সাজু হব ধৰা ভুবন গোস্বামী মাকৰ চিঞঁৰত আচৰিত হৈ বাহিৰলৈ ওলাই আহে আৰু আহি তেওঁ যি দেখিলে তাতে একেবাৰে স্তম্ভিত হৈ পৰিল। তেওঁ ওচৰলৈ গৈ দেখিলে ৰিণা সংজ্ঞাহীন আৰু অমলাৰ চকুৰে বব ধৰিছে ধাৰাষাৰ অশ্ৰুবিন্দু। গোস্বামীয়ে মুহূৰ্ত্ততে নিজক সংযত কৰি লৈ অমলাৰ হাত এটিত ধৰি ওপৰলৈ তুলি দিলে আৰু ৰিণাৰ মূৰৰফালে অমলাক ধৰিবলৈ নিৰ্দ্দেশ দি নিজে ভৰিৰ পিনে ধৰি লাহে লাহে তুলি ললে। গোস্বামীয়ে অতিথি ৰুমৰ বিছনাখন পাৰি দিবলৈ মাকক কলে আৰু অমলাৰে সৈতে ৰিণাক ডাঙি নি বিছনাত তুলিলে।

অমলাই বিছনীৰে ৰিণাৰ মূৰত বতাহ দিলে। বুঢ়ীয়ে ৰান্ধনী ঘৰৰপৰা লৰাধপৰাকৈ এঘটি পানী আনি চকুৰে মুখে ছটিয়াব ধৰিলে। গোস্বামী ৰিণাৰ হাতত ধৰি পাল্‌চ চালে। তাৰপাচত ডাক্তৰক মাতিবলৈ নিজে লৰি গ'ল।

---

"হেলো—হেলো"

"কোন ?"

"মই বৈদ্যগড় আশ্ৰমৰ সেৱক ভুবন গোস্বামী। আপুনি বৰুৱানে ?

"ই'য়েচ"

"ভাল, আপোনাৰ ছোৱালী ৰিণাদেবী বৰ্ত্তমান আমাৰ আশ্ৰমত। তেখেত অসুস্থ হৈ পৰিছে। অৱস্থা উদ্বেগজনক"। কথা কিটি কৈ ভুবন গোস্বামীয়ে আকৌ এক্সেঞ্জ কৰি লয়।

"হেলো—হেলো"

"কোন ? কাক বিচাৰিছে"।

"পি, শৰ্ম্মা—এম, এল, এ"

'বাৰু ৰব"। ভুবন গোস্বামী অপেক্ষা কৰে।

কিছু সময়ৰ পাচত ফোনত সঙ্কেত হ'ল। ভুবন গোস্বামীয়ে ফোন ধৰি কলে। "হেলো—হেলো"

"কোন"

"মই ভুবন" আপুনি বিশেষ ব্যস্ত নেকি ? মই এটি কথা কব খোজোঁ।

"কি কব খুজিছা। তোমালোকৰ কুশলতো ? স্বামীজী বেনাৰসলৈ গ'ল নে ?"

"স্বামীজী যোৱা কালিতেই বেনাৰস যাত্ৰা কৰিছে। আপোনাক এটি বিশেষ বাতৰি জনাব ওলাইছোঁ—নবৌ আশ্ৰমলৈ আহি বিশেষভাৱে অসুস্থ হৈ পৰিছে। অমলাৰ অনুৰোধ অন্ততঃ আপুনি এবাৰ

আহি চাই যাব লাগে। হয়তো এয়ে শেষ দেখাও হব পাৰে। ৰোগিণীৰ অৱস্থা ভাল নহয়।"

"কোন নবৌৰ কথা কৈছা" ?

"পুলিচ ইন্স্পেক্টৰৰ ছোৱালী ৰিণা দেৱী"।

"আজি এচেম্বলিৰ এটি ইমাৰ্জেঞ্চি চিটিং। গ্ৰাম্য উন্নয়ন আৰু শিক্ষা সম্বন্ধীয় কেবাটাও প্ৰস্তাৱত মই অংশ গ্ৰহণ কৰিব লাগিব। গতিকে মোৰ যোৱা অসম্ভৱ। বেমাৰীৰ অৱস্থা জনাবা। কালিলৈ এচেম্বলি বন্ধ। গধূলি ৰাওনা হ'ম। মাক মোৰ সেৱা জনাবা। অমলাকো মোৰ মৰম জনাবাদেই। এতিয়া মই এচেম্বলিৰ বাবে সাজু হওঁ।"

ৰিণা মূৰ্চ্ছা যোৱাত ভুবন গোস্বামীয়ে নিজে গৈ আশ্ৰমৰ ডাক্তৰক মাতি আনিলে। ডাক্তৰে আহি পাল্চ চাই ৰোগিণী অত্যন্ত দুৰ্ব্বল বুজিব পাৰি এটি ক্লোৰামিন ইন্জেকচন দিলে। কিছু সময়ৰ পাচত ৰিণাই এবাৰ চকুমেলি চালে। অমলাই চকুপানীৰ ধাৰটো মচি মাতিলে—নবৌ! নবৌ! অলপ ভাল পাইছে নে ? এয়া অলপ গ্লুকোচ খাওঁক। আপুনি কোনো চিন্তা নকৰিব।

ৰিণাই মুখখন অলপ মেলি দিলে। তাইৰ শৰীৰটো অলপ প্ৰকৃতিস্থ হৈছে যদিও মনটো কোনো মতেই প্ৰকৃতিস্থ নহয়। নানা ৰকমৰ ভাৱনা-চিন্তা দুখ-আবেগে তাইৰ অন্তৰখন ধুমুহাবোৱা সাগৰৰ দৰে তোলপাৰ লগাই তোলে।

যি অমলাই নবৌ-নবৌ বুলি চেনেহ বিচাৰি সততে সঙ্গ লৈছিল সেই অমলাকতো তাই গাৱঁলীয়া ছোৱালী বুলি নেওচি আহিছে। আকৌ যি অমলাৰ চিঠিৰে জনোৱা সৰল অকৃত্ৰিম আহ্বান এবাৰ নহয় দুবাৰকৈ তাই নিষ্ঠুৰ ভাবে প্ৰত্যাখান কৰি আহিছে সেই

অমলায়ে আজি ভাতপানী এৰি চকুলো টুকি তাইৰ শুশ্ৰূষাত ব্যস্তহৈ পৰিছে। উঃ, জীৱনৰ এই অলপীয়া দিন কেইটাত তাই কিমানেই যে ভুল নকৰিছে। পবিত্ৰব্ৰতৰ কথা ঘনে ঘনে মনলৈ আহিব ধৰে। তেওঁতো তাইক প্ৰত্যাখ্যান কৰা নাছিল। তেওঁতো কৈছিল তোমাৰ স্বামী বুলি সকলো ত্ৰুটি মাৰ্জ্জনা কৰিব নোৱাৰানে? কি সৰলতা, কি মহত্বই যে কথাষাৰত সোমাই আছিল। তেন্তে তাই ভুল বাটেৰে গ'ল কিয়? ইয়াৰ বাবে জানো তাইৰ পিতাকো দোষী নহয়? কিন্তু এতিয়া তাই কৰে কি? যি সকলক অন্যায় ভাবে পৰিত্যাগ কৰি আহিছে আজি যে তাই সেই সকলৰ হাততে পৰিল? আৰু তাইৰ ভুলৰ বাটত যি সকল লগৰীয়া হৈ আদৰি নিছিল সেই সকলেই বা আজি ক'লৈ গ'ল? অন্তৰত বৰ বেদনা উপলব্ধি কৰে। লগতে নিজৰ কাৰ্য্যৰ বাবে লাজতে মৰিবৰ ইচ্ছা যায়। আকৌ এটি আশঙ্কাত বুকুখন দুৰদুৰকৈ কঁপিবলৈ ধৰে। হয়তো অমলাই দাদায়েকলৈও খবৰ পঠাব। এই কলঙ্কিত জীৱনটো লৈ পবিত্ৰৰ আগত থিয় হবৰ তাইৰ আক্কেলেই বা ক'ত, সাহসেই বা ক'ত? নানা চিন্তা ভাৱনাৰ মাজেদি দিনটো পাৰ হৈ যায়। অমলা যি বহিছে কাষৰ পৰা আৰু উঠা নাই। ভুবন গোস্বামীয়ে বাৰে বাৰে আহি খবৰ কৰি আছে। ডাক্তৰো দুবাৰ আহি গৈছে। তেওঁ সতৰ্ক কৰি দিছে ৰোগিণীক যাতে উঠিব দিয়া নহয়। পালচ্‌ বৰ দুৰ্ব্বল হঠাৎ অন্যৰকম বিপদ আহিব পাৰে।

ৰাতি দহমান বজাত ৰিণাই এটি অবৰ্ণনীয় বেদনা অনুভৱ কৰিলে। যি বেদনা তাইৰ অভিজ্ঞতাৰ ভিতৰত নহয়। তাই বুজিব পাৰিলে তাইৰ উদৰৰ যেন সকলো মাংসপিণ্ড কোনোবাই আজুৰি চিঙি লবলৈ ওলাইছে। ৰিণাই বেদনাত চীৎকাৰ কৰি উঠে। অমলাই

ব্যাকুল ভাবে সোধে—“কি হৈছে নবৌ”। যন্ত্ৰণাত থাকিব নোৱাৰি ৰিণা উঠি বহে। অমলাই আথে বেথে বৌৱেকক সাৱটি ধৰি আকৌ কয়—তেনে কৰিছে কিয় নবৌ ?”

উঃ, অমলা মই আৰু মৰিম—কিন্তু····ৰিণাই আৰু কব নোৱাৰে। অমলাই দেখিব পাৰিলে ৰিণাৰ কাপোৰত ৰক্তৰ দাগ। বাস্তৱ-অভিজ্ঞতা নথকা অমলাজনীও আচৰিত হৈ চিঞৰি উঠে—“আই! আই।” কাষৰ ৰুমটোৰ বিছনাত গাটো পোন কৰোঁ বুলি দীঘল দি পৰা ভুবন গোস্বামীৰ মাক আদ্ভীতকৈ লৰি আহে। আৰু আহিয়েই তেওঁ যি দেখিবলৈ পালে তাতে বুজিব পাৰিলে যে ডাক্তৰে যিহকে শঙ্কা কৰিছিল শেষত সেয়ে হৈ উঠিল। বুঢ়ীয়ে পুতেকক মাতি ডাক্তৰ আৰু ধাইক বেগতে মাতি আনিবলৈ কৈ নিজে ৰিণাৰ শুশ্ৰূষাত লাগিল।

ডাক্তৰ আৰু ধাই আহি ৰোগিণীক চালে। অমলাক আৰু বুঢ়ীক অন্য ৰুমলৈ পঠাই তেওঁলোকে বহু কষ্টে এটি মৃত সন্তান প্ৰসৱ কৰালে। প্ৰসৱৰ পাচত ৰিণা সংজ্ঞাহীন হৈ পৰিল। ডাক্তৰে ইন্‌জেকচন এটা দি ধাইক পাল্‌চ চাবলৈ দি বৈঠকখানাত বহিলগৈ। অমলা আহি বৌৱেকৰ অৱস্থা আৰু মৃত সন্তানটো দেখি কান্দিবলৈ ধৰিলে। বুঢ়ীয়ে তাইক নানাপ্ৰকাৰে প্ৰবোধ দি বুজনি দিয়াব নোৱাৰি খঙেৰে কৈ উঠিল—“কুমঙ্গলীয়া ছোৱালী, বেমাৰীৰ ওচৰত জানো এনেদৰে থাকিব পায়। যা ইয়াৰ পৰা আঁতৰি যা।” অমলা উচুপি উচুপি বাহিৰ ওলাল। ৰোগিণীৰ বুজ লবলৈ অহা ভুবন গোস্বামীয়ে এটি হুমুনিয়াহ পেলাই বৈঠকখানালৈ আহি ডাক্তৰক জনালে যে ব্লিডিং আৰম্ভ হৈছে। ডাক্তৰ অলপ শঙ্কিত হৈ পৰে। তেওঁ এটি ইন্‌জেক্‌চন তৈয়াৰ কৰি লৈ ৰোগিণীৰ শৰীৰত পুচ কৰিলে

আৰু হাত ভৰিত গৰম সেক দিবলৈ উপদেশ দিলে। অমলা আকৌ উভতি আহি ধাত্ৰীজনীৰে সৈতে বৌৱেকক সেক দিয়াত লাগিল। ৰিণাৰ আকস্মিক বিপদত আশ্ৰমৰ আন আন তিৰোতাও আহি সহায় কৰিলে। এনেভাবে দুৰ্য্যোগৰ মাজেদিয়ে ৰাতিটো কাটি গ'ল।

পুৱা ৰিণাই হয়তো ঔষধৰ ক্ৰিয়াত আৰু নিখুঁট পৰিচৰ্য্যাৰ বাবে অলপ সংজ্ঞা লভিলে যদিও ৰক্তপাত বন্ধ নহ'ল। ডাক্তৰে চিৰিয়াচ কণ্ডিচন বুলি ঘোষণা কৰিলে। ভুবন গোস্বামী নিৰুপায় হৈ পৰিল। অমলাই স্বামীক জনালে যে তাইৰ দাদায়েকলৈ খবৰ পঠিয়াব লাগে। কিয়নো তাই বৌৱেকৰ প্ৰলাপত শুনিবলৈ পাইছিল—"আপুনি দেৱতা,. মোক ক্ষমা নকৰিবনে?" বুলি কোৱা কথা এষাৰ। ভুবন গোস্বামীয়ে এবাৰ ভাবি চালে তেওঁতো বিধান সভাৰ কাৰ্য্যত ব্যস্ত। চিলঙলৈ যোৱাৰ আগেয়ে স্বামীজীৰ লগত শিক্ষা, গ্ৰাম্য সংস্কাৰ আদি নানা বিষয়ৰ আলোচনা কৰি গৈছে। এনে অৱস্থাত আহিবলৈ ফোন কৰাটো জানো উচিত হব? নাই, নাই—যিমানে নহওক তেওঁৰ বিবাহিতা পত্নী যেতিয়া খবৰ এটি দিবই লাগিব। তেওঁৰ মনত পৰিল ৰিণা নিশ্চয় ঘৰৰ পৰা কোনেও নজনাকৈ নিৰুদ্দেশ হৈছে। নহলে তেওঁ প্ৰথম পৰিচয়তে নিজ পৰিচয় ব্যক্ত নকৰি বহুত দূৰৰ পৰা অহা বুলি কোৱাৰ কোনো অৰ্থ থাকিব নোৱাৰে। উঃ ডাঙৰ ভুল এটা হৈ গৈছে। ৰিণাৰ খবৰ পুলিচ চাহাবলৈ পঠোৱাটোওতো নিতান্ত কৰ্ত্তব্য। গতিকে ভুবন গোস্বামীয়ে ৰাতিপুৱা আশ্ৰমৰ ফোন ধৰি ৰিণাৰ সংবাদ পুলিচ ইন্স্‌পেক্টৰ বৰুৱালৈ আৰু পবিত্ৰলৈ জনাই পঠালে।

ৰাতিটোৰ দৰে পুৱাটোও উদ্বেগৰ মাজেৰে পাৰ হব ধৰিলে। অমলাই কালিৰে পৰা যি ভাত পানী এৰিছে এৰিছেই। শাহুৱেকে

অনেক বঢ়াই বুজাই এগিলাচ গাখীৰৰ বাহিৰে একো খুৱাব পৰা নাই। ভুবন গোস্বামীয়েও অপ্ৰত্যাশিতভাৱে হঠাতে ঘটি যোৱা এটি সংযোগ আৰু তাৰ উদ্বেগজনক পৰিস্থিতিৰ কথাকে ভাবি আশ্ৰমৰ কামত মন দিব পৰা নাই। ঘড়ীৰ কাটাৰ দৰে চলা আশ্ৰম খনো যেন আজি চাবি নিদিয়া ঘড়ীৰ দৰে মন্থৰ গতিত চলিব ধৰে।

দহ মান বজাত হঠাৎ পুলিচ ইন্‌স্‌পেক্টৰৰ গাড়ী আহি আশ্ৰমৰ গেটত ৰৈ গ'ল। পুলিচ ইন্সপেক্টৰ বৰুৱা—বৰুৱানী ব্যাকুল ভাবে আশ্ৰমৰ ভিতৰলৈ সোমাই আহে। তেওঁলোকৰ পাছে পাছে ডাক্তৰ দাস। আশ্ৰমৰ সেৱক এজনৰ মুখৰপৰা অচিনাকী মানুহ তিনিজনৰ কথা শুনিব পাৰি ভুবন গোস্বামীয়ে তেওঁলোকক আগবঢ়াই আনিবলৈ 'গ'ল। বৰুৱানী ব্যস্তভাবে সুধিলে—"মোৰ ৰিণা ক'ত" ? গোস্বামীয়ে বৰুৱানীক ব্যাকুল নহবলৈ কৈ তেওঁৰ নিবাসৰ ফালে আঙুলিয়াই দেখুৱালে। বৰুৱাই এবাৰ ভুবন গোস্বামীলৈ চাই যেন অলপ সঙ্কুচিত হ'ল। চাৰিও গৈ গোস্বামীৰ নিবাস সোমাল। বৰুৱানী আকৌ এৱাৰ ব্যাকুলভাবে সুধিলে—"মোৰ ৰিণা ক'ত ?" গোস্বামীয়ে আটাই কেইজনক ৰিণা থকা কোঠালিলৈ লৈ গ'ল। ৰোৱেকৰ শুশ্ৰূষাত ব্যস্তহৈ থকা অমলাই বৰুৱা-বৰুৱানীক দেখি থিয় দিলে। বৰুৱানী কোনোফালে লক্ষ্য নকৰি একেচাবেই ৰিণাৰ ওচৰলৈ গৈ মূৰ শিতানত বহি পৰিল ; আৰু ৰিণাৰ মূৰটো কোলাত তুলিলৈ তাইৰ মুখত মুখ লগাই অতি ব্যাকুল ভাবে ভঙা-ভঙা মাতেৰে মাতিলে—ৰিণা! ৰিণা ! ৰিণাই চকু মেলি চাই মাকক দেখিবলৈ পাই লাজ, সঙ্কোচ আৰু আবেগত পুনৰ চকু মুদিলে। তাইৰ বহিযোৱা চকুজুৰিৰ দুই কোণেৰে চকুলো বাগৰি পৰিল। বৰুৱানী নিজৰ ৰিহাৰ আঁচলেৰে চকুজুৰি মচি দি শোক বিগলিত কণ্ঠেৰে

কলে—দুখ নকৰিবি আই। সৌ তোৰ দেউতাৰও আহিছে। আমাৰ ডাক্তৰ দাসো আহিছে নহয়। তেওঁ আৰু কব নোৱাৰিলে বান্ধ ভঙা জানৰ দৰে তেওঁৰ দুয়ো চকুৰে ধাৰাষাৰ চকুলো ববলৈ ধৰিলে। ডাক্তৰ দাসে ৰোগীৰ পাল্‌চ আৰু গাৰ উত্তাপ চাই এটি হুমুনিয়াহ পেলালে। বৰুৱা ডাঙৰীয়াই ডাক্তৰৰ ফাললৈ চাই জড় মূৰ্ত্তিৰ দৰে থিয় হৈ থাকিল। অমলাই স্বামীৰ নিৰ্দ্দেশ মতে আগন্তুক সকলৰ অভ্যৰ্থনাৰ বাবে বাহিৰ ওলাল। ডাক্তৰ দাসে ৰোগীক ভালদৰে চাই বৈঠকখানালৈ আহিল। বৰুৱা চাহাবো ডাক্তৰ দাসৰ পাছে পাছে বৈঠকখানা পালে। তেওঁৰ মনটো ডাক্তৰ দাসৰ মতামতৰ বাবে ব্যগ্ৰ হৈ ৰল। ডাক্তৰ দাসে বৈঠকখানাত বহি প্ৰথমে ৰোগী-সম্বন্ধে আশ্ৰমৰ ডাক্তৰৰ পৰা এটি বিৱৰণী ললে। তাৰ পাচত কি কি ঔষধ ব্যৱস্থা কৰা হৈছে সকলো শুনি তেওঁ কলে—ট্ৰিট্‌মেণ্টতো থিকেই হৈছে। কণ্ডিচন বেয়া। তাৰ পাচত দুয়োজনে আলোচনা কৰি নতুন ঔষধৰ ব্যৱস্থা কৰিলে।

যথাৰীতি ঔষধ ব্যৱহাৰ কৰা হ'ল। কিন্তু কোনো ফলেই নধৰিলে। ৰিণাৰ মৃত্যুৰ মুহূৰ্ত্ত যেন লাহে লাহে ওচৰ চাপি আহিব ধৰিলে। ঘণ্টাৰ পিচত ঘণ্টাকৈ যাওঁতে যাওঁতে বেলি ৪টা বাজিল। ডাক্তৰ দাসে বৰুৱাক কলে যে তেওঁৰ নিফিৰিলে নহয়। ৬ বজাত গোহাটীলৈ যোৱা গাড়ী পোৱা যাব। ষ্টেচন পৌছাই দিলে ট্ৰেণেৰেই যাব পাৰিব।

বৰুৱা চাহাবে ৰোগীৰ অৱস্থালৈ চাই প্ৰথমে অলপ আপত্তি জনালে যদিও ডাক্তৰ দাস নগলে নহয় যেতিয়া তেখেতক ষ্টেচনত পৌছাই দিবলৈ ড্ৰাইভাৰ জনক অনুমতি দিলে। ভুবন গোস্বামী কথাবাৰ শুনি জনালে যে আশ্ৰমৰ গাড়ীৰেই ডাক্তৰক থৈ আহিব।

তেওঁৰো ষ্টেচনলৈ যোৱাৰ আৱশ্যক। ৫ বজাত ডাক্তৰ দাস গ'ল। ৰোগীৰ অৱস্থা ক্ৰমে বেয়াৰ ফালে ঢাল ললে। ৰিণাৰ তেজ ৰঙা গাল দুখন ৰক্তহীন পাংশু হৈ পৰিল। উজ্জ্বল চকুজুৰি জ্যোতিহীন মৰা মানুহৰ দৰে দেখা হ'ল। বৰুৱানী পাৰে মানে চকুলো টুকিলে। যোৱা কালিৰে পৰা পানীৰ ধাৰলৈ অমলাৰো চকুজুৰি সমুদ্ৰৰ জোঁৱাৰৰ দৰে উথলি উঠিছে। বৰুৱা যেন এটি চিত্ৰাঙ্কিত নিৰ্ব্বাক নিস্পন্দ মূৰ্ত্তি। ভুবন গোস্বামীৰ আনন্দ মুখৰ নিবাসত আজি এটি বিষাদ করুণ সুৰ ভাহি ফুৰিব ধৰিলে।

৮ বজাত আহি আশ্ৰমৰ ডাক্তৰে আকৌ এটি ইন্‌জেকচন দিলে। বৰুৱানী ৰিণাৰ কাষৰে পৰা উঠা নাই। অমলা আৰু ধাইজনীয়ে ৰিণাৰ গাত মালিচ দিছে। বৰুৱা অলপ দূৰত জড় মূৰ্ত্তিটোৰ দৰে বহি আকাশ পাতাল ভাবিছে। বৰুৱা আজি অনুতপ্ত। বুজিব পাৰিছে তেওঁৰ ভুলৰ কাৰণেই আজি ৰিণাক হেৰুৱাব লগাত পাৰিছে। পবিত্ৰৰ প্ৰতি পোষণ কৰা বিদ্বেষ আৰু হিংসাৰ বাবে তেওঁৰ নিজৰে ওপৰত ধিক্কাৰ জন্মে। অতদিনৰ খামখেয়ালী মনটো যেন আজি শৰতৰ মেঘশূন্য আকাশৰ দৰে স্বচ্ছ হৈ পৰিল। কিন্তু স্বচ্ছ হলেই বা হব কি? আজি যে তেওঁ তাত পূৰ্ণিমাৰ জোন দেখিবলৈ নাপায়। এনেতে বাহিৰত ভুৱন আৰু পবিত্ৰব্ৰতৰ মাত শুনা গ'ল। বৰুৱা চমকি উঠিল। তেওঁ মনতে প্ৰশ্ন কৰিলে—তেন্তে ভুবন গোস্বামী ষ্টেচনলৈ যোৱাৰ উদ্দেশ্য পবিত্ৰব্ৰতক লৈ অহায়ে নেকি? তেওঁ যেন লুকাই পৰিব—পবিত্ৰব্ৰতৰ আগত ওলাবলৈ যেন লাজ লাগিল!

ৰিণাই এবাৰ চকু মেলি চাৰিওফালে চালে। তাৰ পাচত অমলাক হাতেৰে ইঙ্গিত কৰি মাতি কাষত বহুৱাই সুধিলে—"তেওঁ আহিছে

নেকি ?" অমলাই কোনো উত্তৰ দিবলৈ নৌপাওতেই পবিত্ৰব্ৰত ভুবন গোস্বামীৰে সৈতে আহি ভিতৰ সোমাল। বৰুৱাই নিজে কব নোৱাৰাকৈয়ে বহাৰপৰা উঠি পৰিল। পবিত্ৰব্ৰতে তেওঁক এটি সেৱাজনাই আগবাঢ়িল। ৰিণাৰ অতপৰে ম্লান হৈ থকা চকুজুৰি যেন এবাৰ উজলি উঠিল। তাই গান্ধীটুপীটোৰে সৈতে বগাখদ্দৰ পিন্ধা পবিত্ৰৰ মূৰ্ত্তিটো দেখি মনতে এবাৰ কলে—"কি সুন্দৰ কি ধুনীয়া তেওঁ !" পবিত্ৰব্ৰতে মাতিলে—ৰিণা ! ৰিণা ! ৰিণাৰ গোটেই মুখমণ্ডল এবাৰ উজ্জল হৈ উঠিল। কি মধুৰ মাত। পবিত্ৰ আকৌ আগবাঢ়ে ; কিন্তু নিচেই ওচৰতে বৰুৱানীক দেখি হঠাতে থিয় দি কলে—"আই আপুনি অলপ……।" বৰুৱানী পবিত্ৰৰ ভাৱ বুজিব পাৰি বিছনাৰ পৰা উঠি অলপ আঁতৰ হ'ল। কিন্তু ৰিণাই হাতটো তুলি হঠাতে কৈ উঠিল—"নাই, আপুনি মোক স্পৰ্শ নকৰিব। আপুনি দেৱতা আৰু মই পিশাচিনী।"

"ছিঃ তেনে কথা নকবা ৰিণা।"

নহয়,—বহুত 'পাপ কৰিছোঁ আৰু পাপত লিপ্ত নকৰিব। কেৱল এটি বাৰ কওঁক মোক ক্ষমা কৰা বুলি। ৰিণাই আৰু কব নোৱাৰিলে। তাইৰ বাকৰুদ্ধ হৈ পৰিল। চকুমুখ স্থিৰ হ'ল। বৰুৱানী কান্দি চিঞৰি উঠিল—আইঔ মোৰ ৰিণাৰ কি হ'ল ! অমলাই নবৌ নবৌ বুলি গাতে পৰি কান্দিলে। পবিত্ৰব্ৰতে এবাৰ কপালত হাত দি চালে। তেওঁৰ দুয়ো চকুৰে দুধাৰি চকুলো বাগৰি পৰিল। ধাইজনীয়ে পাল্‌চ চাই কলে—শেষ সকলো শেষ। কোঠালীৰ এচুকত থিয় হৈ থকা বৰুৱা চাহাবৰ কঠোৰ শুকান চকুদুটাৰেও দুই বিন্দু চকুলো বাগৰি পৰিল।

**শেষ**